# জীৱনী-মালা



লিখক

শ্ৰীসতীশচন্দ্ৰ কাকতী

গুৱাহাটী

প্ৰকাশক
সাহিত্য প্ৰকাশ
ট্ৰিবিউন বিল্ডিং
গুৱাহাটী

প্ৰথম প্ৰকাশ : ১৯৪০ চন
দ্বিতীয় প্ৰকাশ : ১৯৫৭ চন

অসম চৰকাৰৰ শিক্ষা-বিভাগৰ দ্বাৰা লাইব্ৰেৰীৰ কাৰণে
অনুমোদিত

মূল্য : ১৷৷০ অনা

গুৱাহাটী ট্ৰিবিউন প্ৰেছত শ্ৰীকুঞ্জলাল থাপাৰ দ্বাৰা ছপা হ'ল।



# উচৰ্গা

স্বৰ্গীয়া মাতৃদেৱীৰ চৰণত

— লিখক –

# পাতনি

"জোনাকী-যুগ"ৰ অসমৰ কৃতী সন্তান কেইগৰাকীমানৰ চম জীৱনী সংগ্ৰহ কৰি ইয়াক ৰাইজৰ আগত আগবঢ়োৱা হ'ল। এই কৃতী সন্তানসকল অগা-পিচাকৈ প্ৰায় কুৰি বছৰৰ ভিতৰতে অসম আইক এৰি সিপুৰীলৈ গ'ল। তেখেতসকলে অসমক বহু দিছে; ৰাজনীতি, সমাজনীতি, সাহিত্য, ইতিহাস প্ৰভৃতি সকলো বিষয়তে তেখেতসকলৰ দান অদ্বিতীয়। কিন্তু আমি ৰাইজে তেখেতসকলৰ স্মৃতি-সৌধ তৈয়াৰ কৰি কৃতজ্ঞ হব পৰা নাই। আশা কৰোঁ, অসমীয়া ৰাইজে এই কথা সুঁৱৰি কৰ্ত্তব্য হাতত লব।

"জীৱনী-মালা"ৰ জৰীয়তে আমি অসম আইৰ এই সন্তানসকলৰ প্ৰতি ভক্তি-পুষ্পাঞ্জলি দি তেখেতসকলৰ আত্মাৰ সদগতিৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ। লগতে তেখেতসকলৰ কৰ্ম্মময় জীৱনৰ আদৰ্শই নতুন অসমক প্ৰেৰণা দিব বুলি বিশ্বাস কৰিলোঁ।

পৰিশেষত, এই পুথি সঙ্কলন কৰোঁতে সাহায্য কৰা বাবে অধ্যাপিকা শ্ৰীযুতা উষালতা ভট্টাচাৰ্য্য, এম-এ, বি-টি, সাংবাদিক বন্ধু শ্ৰীযুত যোগেন্দ্ৰনাথ বৰকাকতী, অসমৰ আলোচনী আৰু আন কেইজনমান গ্ৰন্থকাৰৰ ওচৰত আমি কৃতজ্ঞ। শ্ৰীযুত নন্দমোহন কাকতী আৰু শ্ৰীমান হৰিপদ তালুকদাৰ বি-এচ্-চি বোপায়ে আমাক এই কামত যথেষ্ট সহায় কৰিছে।

গুৱাহাটী
১।৯।৪০



—লিখক



# একাষাৰ

প্ৰায় সোতৰ বছৰ আগতে 'জীৱনী-মালা' প্ৰকাশ কৰা হৈছিল। নানা অসুবিধাৰ কাৰণে ইয়াৰ দ্বিতীয় প্ৰকাশ উলিয়াব পৰা নাছিলোঁ। ইতিমধ্যে অসম আইৰ কেবাজনো কৃতী সন্তানৰ বিয়োগ ঘটিছে। সেইসকলৰ ভিতৰত নজনৰ চমু জীৱনী যোগ দি মুঠ কুৰিজনা অসমৰ বিভিন্ন ক্ষেত্ৰত কৃতিত্ব লাভ কৰা লোকৰ পৰিচয় ইয়াত দিয়া হ'ল। 'জীৱনী-মালা' আমাৰ কণ কণ ল'ৰা-ছোৱালীহঁতৰ উপযোগী কৰি যুগুত কৰা হৈছে। সেই কাৰণে ইয়াত যিসকলৰ জীৱনী দিয়া হ'ল, তাক বহলাই নিলিখি চমু আভাস স্বৰূপেই দিয়া হৈছে।

গুৱাহাটীৰ সাহিত্য প্ৰকাশে এই পুথিখনৰ প্ৰকাশৰ ভাৰ লোৱাত মই তেওঁলোকক আন্তৰিক ধন্যবাদ জনাইছোঁ। 'অসম বাণী' কাকতৰ শ্ৰীতাৰকচন্দ্ৰ শৰ্ম্মাই শুধৰণী পাত আদি চাই চিঁতি আমাক যথেষ্ট সহায় কৰিছে।

গুৱাহাটী
১ শাওণ
১৮৭৯ শক

শ্ৰীসতীশচন্দ্ৰ কাকতী

# সূচী-পত্র



---

# কৰ্ম্মবীৰ নবীনচন্দ্ৰ

"ডেকা গাভৰুৰ দল
    বীৰ-বীৰাঙ্গনা দল,
নতুন তেজেৰে ৰাঙলী ৰূপহী
    কৰহি ধৰণী তল।
খোজৰ ভৰত কঁপক ধৰণী
    তৰুণ চকুত জ্বলক অগনি,
শত সহস্ৰ মৃত্যু নেওচি
    বল আগুৱাই বল।"

—নবীনচন্দ্ৰ

উত্তৰ গুৱাহাটীৰ জনাজাত বৰদলৈ-পৰিয়ালত নবীনচন্দ্ৰ বৰদলৈ-দেৱে ১৭৯৭ শকৰ কাতি মাহৰ ১৩ তাৰিখে জন্ম গ্ৰহণ কৰে। দেউতাকৰ নাম স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈ আৰু মাকৰ নাম স্বৰ্গীয়া সোমেশ্বৰী দেৱী আছিল। নবীনচন্দ্ৰ দেউতাকৰ অতি মৰমৰ সন্তান আছিল। তেওঁৰ এজন ভায়েক এতিয়াও জীৱিত। ভায়েক-ককায়েক দুজনে চৰকাৰী কাম কৰিছিল। দেউতাক চৰকাৰৰ উচচ বিষয়া হাকিম আছিল। সেই কাৰণে নবীনচন্দ্ৰই লৰাকালৰে পৰা সুখ-সম্পদৰ মাজেদিয়েই ডাঙৰ-দীঘল হৈছিল।

লৰাকালৰে পৰা নবীনচন্দ্ৰৰ মেধা আৰু অধ্যৱসায়ৰ চিন দেখা গৈছিল। যথাসময়ত শিক্ষা আৰম্ভ কৰি ১৮৯২ চনত তেওঁ তেজপুৰ উচচ ইংৰাজী স্কুলৰ পৰা সুখ্যাতিৰে এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ

হয়। তেতিয়াৰ দিনত অসমত উচ্চ শিক্ষাৰ কাৰণে কোনো ব্যৱস্থা নাছিল। কটন কলেজ তেতিয়াও স্থাপিত হোৱা নাই। সেই কাৰণে নবীনচন্দ্ৰ কলিকতালৈ গৈ চেণ্ট জেভিয়াৰ্চ কলেজত ভৰ্ত্তি হয়। তাত দুবছৰ পঢ়ি এফ-এ পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ বি-এ শ্ৰেণীত ভৰ্ত্তি হয়। ১৮৯৬ চনত তেওঁ বি-এ পাছ কৰে। ইয়াৰ পাচত এম-এ আৰু ল পঢ়ে। কিন্তু কিছুদিন এম-এ



নবীনচন্দ্ৰ বৰদলৈ

পঢ়ি তাক এৰিব লগা হয়। ল পৰীক্ষা যথাসময়ত পাছ কৰি ১৮৯৯ চনত গুৱাহাটীলৈ প্ৰত্যাবৰ্ত্তন কৰি কৰ্ম-জীৱন আৰম্ভ কৰে।

কলিকতাত থকা কালছোৱাত নবীনচন্দ্ৰই যাইকৈ ৰাজনীতি আৰু সাহিত্য চৰ্চ্চা কৰিছিল। কলেজত পাঠ্যপুথি কেইখন পঢ়ি-

লেই জ্ঞানৰ বিকাশ হয় বুলি তেওঁ নাভাবিছিল। অসমৰ পুৰণি আলোচনী "জোনাকী" আৰু "বিজুলী" সেই সময়ত কলিকতাৰ পৰা প্ৰকাশিত হৈছিল। এই আলোচনীবোৰত তেওঁ প্ৰবন্ধ লিখি নিজৰ সাহিত্য-প্ৰতিভাৰ পৰিচয় দিছিল। অসমৰ স্বকীয়া সমস্যা আৰু অভাৱবোৰৰ প্ৰতিও তেওঁৰ লক্ষ্য তেতিয়াৰ পৰাই আছিল। কলিকতাত উচ্চ শিক্ষা লাভৰ কাৰণে থকা অসমীয়া প্ৰবাসীসকলৰ ভিতৰত সেই সময়ত এটা বাক-বিতণ্ডা হয়। বিষয়টো আছিল— অসমত স্বকীয়া কলেজ স্থাপন বনাম কলিকতাত থকা অসমীয়া ছাত্ৰসকলৰ থকামেলাৰ সুবিধাৰ্থে এটা স্থায়ী নিবাস নিৰ্ম্মাণৰ কথা। এদলে অসমত কলেজ পাতিবৰ কাৰণে মত প্ৰকাশ কৰে; কিন্তু আন দলে নিবাস স্থাপনৰ কাৰণে প্ৰচেষ্টা চলায়। কিন্তু নবীনচন্দ্ৰই অৱস্থাৰ গুৰুত্ব বুজি আৰু উচ্চ শিক্ষাৰ সুচলৰ কাৰণে স্বৰ্গীয় মাণিক চন্দ্ৰ বৰুৱা প্ৰভৃতিৰ লগত লগ লাগি গুৱাহাটীত এটা কলেজ পাতিবৰ কাৰণে প্ৰাণপণে চেষ্টা কৰে আৰু তেওঁলোকৰ আপ্ৰাণ চেষ্টাৰ ফলতেই গুৱাহাটীত ১৯০১ চনত কটন কলেজ স্থাপিত হয়।

আইন পৰীক্ষা পাছ কৰি নবীনচন্দ্ৰ ঘৰলৈ আহে। কি কৰো, কি নকৰো এইবোৰ ভাবি নেথাকি নিজ চহৰত ওকালতি আৰম্ভ কৰে। তেতিয়া উকিলৰ সংখ্যা আজিকালিৰ দৰে সৰহ নাছিল; আৰু যি কেইজন আছিল তেওঁলোকৰ বেছিভাগেই বঙালী আছিল। তেওঁলোকে ধনো ঘটিছিল প্ৰচুৰ। তথাপি উদ্যোগী ডেকা উকিল নবীনচন্দ্ৰই ১৯০৮ চনলৈ গুৱাহাটীতেই ওকালতি কৰি যথেষ্ট ধন ঘটে। ইতিমধ্যে উচ্চাভিলাষী বৰদলৈয়ে কলিকতাত হাইকোৰ্টত ওকালতি কৰিবৰ অভিপ্ৰায়ে এড্‌ভোকেট হয়। ইয়াৰ পিচত তেওঁ কলিকতালৈ গৈ ওকালতি ব্যৱসায় আৰম্ভ কৰে। নিজৰ অধ্যৱসায় আৰু তীক্ষ্ণ বুদ্ধিৰ বলত বৰদলৈয়ে তাতো যথেষ্ট কৃতিত্ব লাভ কৰে। সেই সময়তে কলিকতাত বঙ্গনেতা বিপিনচন্দ্ৰ পাল, দেশবন্ধু

চিত্তৰঞ্জন দাস প্ৰভৃতি বিশিষ্ট লোকসকলৰ লগত ভাৰতৰ অৱস্থাৰ আলোচনা কৰি তেওঁ ৰাজনীতিৰ প্ৰতি এটা প্ৰগাঢ় অনুৰাগ জন্মায়। ১৯১৮ চনলৈকে তেওঁ কলিকতাত থাকে। তাৰ পিচত মাতৃ বিয়োগৰ লগে লগে গুৱাহাটীলৈ পুনৰ প্ৰত্যাৱৰ্ত্তন কৰে।

কৰ্ম্মই মানুহৰ জীৱন। নবীনচন্দ্ৰই এই মন্ত্ৰকে জীৱনৰ সাৰ কৰি লৈছিল—সেই কাৰণে লোকে তেওঁক কৰ্ম্মযোগী নবীন বা কৰ্ম্মবীৰ নবীন বৰদলৈ বুলিছিল। অসমলৈ আহি তেওঁ কি উপায়ে দেশসেৱা কৰিব পাৰি আৰু জনসাধাৰণৰ ভিতৰত, বিশেষকৈ মধ্যবিত্ত শ্ৰেণীৰ মাজত, দেশাত্মবোধ জগাব পাৰি তাৰ কাৰণে চিন্তা কৰিবলৈ ধৰিলে। সেই সময়ত অসমত কংগ্ৰেছৰ আন্দোলন কি, তাক কোনেও নাজানিছিল বুলিও কব পাৰি। কুৰি শতিকাৰ প্ৰাৰম্ভণতে উদ্যোগী পুৰুষ কেইজনমানৰ যত্নত "অসম এচোচিয়েচন" স্থাপিত হয়। এই এচোচিয়েচনখন অসমৰ প্ৰথম ৰাজনৈতিক অনুষ্ঠান। বৰদলৈদেৱ কলিকতাত থকা কালত ৰাজনীতি কি বা দেশৰ গতি কোন ফালে সেইবোৰৰ ভু ভালদৰে পাইছিল। কাজেই তেওঁ ১৯১৪ চনতেই এই এচোচিয়েচনৰ সভাপতিৰ পদ গ্ৰহণ কৰে। তাৰ পিচত ১৯২০ চনলৈকে প্ৰায় ছবছৰ কাল এই অনুষ্ঠানৰ জৰীয়তে দেহেকেহে লাগি দেশসেৱা কৰে। ১৯২১ চনত যেতিয়া মহাত্মা গান্ধীৰ নেতৃত্বত দেশজুৰি অসহযোগ আন্দোলন হয়, তেতিয়া তেওঁ ৰংমনে তাত যোগ দিয়ে আৰু তেতিয়াৰপৰা মৃত্যুৰ সময়লৈকে কংগ্ৰেছত থাকি দেশসেৱা কৰে।

অসম এচোচিয়েচনৰ প্ৰধান কৰ্ম্মী হিচাপে অসমৰ কাৰণে তেওঁ যি কৰিলে সেইটোও তেওঁৰ সাহস আৰু কৰ্ম্মপটুতাৰ চিনাকি। ১৯১৯ চনত বিলাতৰ পাৰ্লেমেণ্ট মহাসভাত ভাৰতৰ শাসন-সংস্কাৰৰ কাৰণে মণ্টেগু-চেমৰ্চফৰ্ড ৰিফৰ্ম আলোচনা হয়। কিন্তু এই শাসন-তন্ত্ৰৰ পৰা অসমক বাদ দিবলৈ সিদ্ধান্ত হয়। এই খবৰ পাই অসম

এচোচিয়েচনে এটা প্ৰতিনিধি-দল পঠাবলৈ স্থিৰ কৰে। এই উদ্দেশ্যে নবীনচন্দ্ৰপ্ৰমুখ্যে অসমৰপৰা এটা প্ৰতিনিধি-দল ১৯১৯ চনত বিলাতলৈ ৰাওণা হয়। কোৱা বাহুল্য যে বিলাতৰ চৰকাৰী মহলে অসমৰ কাৰণে পুনৰ বিবেচনা কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰে। পিচত যেনিবা কৰ্ম্মনিপুণ বৰদলৈদেৱৰ যত্নত তেওঁলোকে অসমৰ বিষয়ে আকৌ বিশেষ আলোচনা কৰিবলৈ সন্মত হয় আৰু তেওঁলোকৰ যত্নতেই অসমক মণ্টেগু-চেমচফৰ্ড ৰিফৰ্মৰ তলতীয়া কৰা হয়; নহলে অসম ৰাজনৈতিক হিচাপে বহিৰ্ভূত অঞ্চল বুলি জনাজাত হলহেঁতেন। কাজেই অসম এচোচিয়েচনৰ যি উদ্দেশ্য আছিল—অৰ্থাৎ অসমৰ ৰাজনৈতিক ক্ৰমোন্নতি সাধন কৰা—সেই উদ্দেশ্য এচোচিয়েচনৰ অন্যতম নেতা নবীনচন্দ্ৰৰ চেষ্টাত ফলৱতী হল। তাৰ পিচত বৰদলৈদেৱে সৰ্ব্বভাৰতীয় ৰাজনীতিত যোগ দিয়ে।

১৯২০ চনৰপৰা মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ ৰাজনৈতিক আন্দোলনে এটা নতুন আকাৰ ধাৰণ কৰে। ১৯২১ চনত মহাত্মা গান্ধীয়ে প্ৰথমতে অসমত পদাৰ্পণ কৰে। সেই সময়ত অসমত দুগৰাকী বিশিষ্ট নেতা—দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈ। জনসাধাৰণে 'ফুকন-বৰদলৈ' বুলি জানিছিল। এই দুগৰাকী জননেতাৰ ভিতৰত বৰদলৈদেৱে ফুকনতকৈ আগেয়ে কংগ্ৰেছত যোগ দিয়ে। ফুকনদেৱে যে ৰাজনীতিত যোগ দিছিল, তাৰ কাৰণে বৰদলৈহে দায়ী; কিয়নো ফুকনে প্ৰথমতে ৰাজনীতিত সোমাবলৈ ইচ্ছা কৰা নাছিল। এই কথা ফুকনে প্ৰকাশ্যে স্বীকাৰ কৰিছিল। নবীনচন্দ্ৰই যেতিয়া দেশৰ, বিশেষকৈ অসমৰ, অৱস্থা ফুকনক বুজাই দিলে, তেতিয়া ফুকনে আৰু পিচ পৰি থাকিব নোৱাৰিলে। ভাই-ককাইৰ দৰে এই দুইজন পুৰুষেই অসমৰ ৰাষ্ট্ৰীয় জীৱন পৱিত্ৰ কৰে।

মহাত্মা গান্ধী অসমলৈ আহি কংগ্রেছৰ দীক্ষা দি গল সঁচা, কিন্তু সেই দীক্ষা, সেই বাণী গাৱেঁ-ভূঞে প্রচাৰ কৰিছিল নবীনচন্দ্রই। গান্ধী-জীয়ে অসমৰ বিষয়ে যিবোৰ জানিব খুজিছিল তেওঁ সেই সকলো বিতং-বিতংকৈ মহাত্মাজীক বুজাই কৈছিল। এখেতৰ বিষয়ে গান্ধীজীৰ সহযাত্রী কৃষ্ণ দাসে এই বুলি মন্তব্য কৰিছিল—"....বৰদলৈদেৱৰ আঙুলিৰ আগতে অসমৰ সকলো সংবাদ থকা যেন লাগিল। মহাত্মাজীৰ সকলো প্রশ্নৰ উত্তৰ তেওঁ টপ্‌টপ্‌কৈ দিছিল। মোৰ আৰু পুথি-পাঁজি খুঁচৰি মহাত্মাই বিচৰা বিবৰণ উলিয়াব লগা নহল। বৰদলৈ ডাঙৰীয়াই অসম সম্বন্ধীয় সকলো জানিবলগীয়া বিষয় আয়ত্ত কৰিছে। তেনেভাবে আন কোনোৱে আয়ত্ত কৰা দেখা নগৈছিল।"

১৯২১ চনৰ অসহযোগ আন্দেলনত নবীনচন্দ্রই অগাপিচাকৈ তিনিবাৰ ফাটেক খাটে। ১৯২৫ চনত স্বৰাজ্য দলৰ যোগেদি অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্ব্বাচিত হয়। তাতো তেখেতে নিজৰ বাগ্মিতা, চাতুৰ্য্য আৰু দেশসেৱাৰ যথেষ্ট পৰিচয় দিয়ে। ১৯২৯ চনলৈকে তেওঁ অসম ব্যৱস্থাপক সভাৰ সভ্য আছিল। কিন্তু যেতিয়াই ১৯৩০ চনত মহাত্মা গান্ধীৰ নিৰ্দ্দেশ হল যে কংগ্রেছী লোকে ব্যৱস্থাপক পৰিষদ বৰ্জ্জন কৰিব লাগে, তেতিয়াই তেওঁ গান্ধীজীৰ নিৰ্দ্দেশ শিৰো-ধাৰ্য্য কৰি সেই সভাৰ পৰা ওলাই আহে। এইখিনিতে এইটোও উল্লেখযোগ্য যে ১৯৩০-৩১ চনত যি আইন অমান্য আন্দোলন হৈছিল তাতো তেখেতৰ সাহায্য কম নাছিল। উজানবজাৰত তেখেতৰ নিজ ঘৰৰ ওচৰত যিবোৰ নিজা কুটিৰ আছিল, সেইবোৰ সেচ্ছাসেৱকসকলৰ কাৰণে শিবিৰ পাতি দিয়ে। ১৯৩৪ চনত কংগ্রেছে ভাৰতীয় ব্যৱস্থা পৰিষদত সোমাবলৈ সিদ্ধান্ত কৰাত বৰদলৈদেৱ অসমৰ কংগ্রেছী সদস্য হিচাপে বিপুল ভোটাধিক্যত নিৰ্ব্বাচিত হয়। তেওঁ পৰিষদত প্রথম দিনাই বঙ্গদেশৰ নেতা

শৰৎচন্দ্ৰ বসুক ভাৰত চৰকাৰে বিনাবিচাৰে ৰাজবন্দী হিচাপে আটক কৰি ৰখাৰ প্ৰতিবাদ কৰি যি মুলতবি প্ৰস্তাব দাঙি ধৰে আৰু ওজস্বিনী বক্তৃতা দিয়ে, তাক সৰ্ব্বভাৰতীয় লোক আৰু বাতৰি কাকতবোৰে ভূৰি ভূৰি প্ৰশংসা কৰিছিল।

১৯২৬ চনত পাণ্ডু নগৰীত জাতীয় মহাসভা (কংগ্ৰেছ)ৰ অধিবেশন বহে। কংগ্ৰেছৰ অধিবেশন অসমত সেয়ে প্ৰথম। দ্বিতীয় বাৰৰ কাৰণে অসমলৈ কংগ্ৰেছৰ অধিবেশনৰ সম্প্ৰতি নিমন্ত্ৰণ হৈছে। নবীনচন্দ্ৰই এই গুৰুত্বপূৰ্ণ কামত যি উদ্যম, দৃঢ়তা আৰু কৰ্ম্মশক্তি দেখুৱাইছিল তাক কোনেও পাহৰিব নোৱাৰে। প্ৰকাশ, দেশভক্ত ফুকনদেৱে বৰদলৈক কংগ্ৰেছৰ নিমন্ত্ৰণ উঠাই লববলৈ কৈছিল কিন্তু কৰ্ম্মবীৰে তো সেইটো নকৰিলেই; আনকি ফুকনক সাহ দি পাণ্ডু নগৰীত কংগ্ৰেছ বহুৱাই অসমত কীৰ্ত্তি ৰাখিলে।

নবীনচন্দ্ৰ যে কেৱল কংগ্ৰেছৰ লগত সংশ্লিষ্ট হৈ আন অনুষ্ঠান বা ক্ষেত্ৰৰ ফালে পিঠি দিছিল, এনে নহয়; অসম সাহিত্য সভা, অসম ছাত্ৰ-সন্মিলন, ল'কেল বোৰ্ড, খাদি প্ৰতিষ্ঠান, চাহখেতিৰ নিচিনা ব্যৱসায়বোৰত যোগ দি সেইবোৰৰ উন্নতি কৰিবলৈও চেষ্টা কৰিছিল। জীৱনত দুখ-দৈন্য কি সেইটো জানিছিল যদিও কৰ্ম্মৰ হেঁচাত, কৰ্ত্তব্যৰ বান্ধোনত সেইবোৰ পাহৰিছিল বা ৰংমনে সহ্য কৰিছিল। সেয়েহে ৰাইজে নবীনচন্দ্ৰক "কৰ্ম্মবীৰ" উপাধিৰে ভূষিত কৰিছিল।

সাহিত্য-ক্ষেত্ৰত নবীনচন্দ্ৰৰ স্থান প্ৰথম শ্ৰেণীত। নাটক, কবিতা, প্ৰবন্ধ লিখি সাহিত্যিক সমাজত বৰদলৈদেৱে যথেষ্ট কৃতিত্ব লভিছিল। আনকি ফাটেকত থকা কালডোখৰতো তেখেতে কেবাখনো উৎকৃষ্ট কিতাপ লিখি মাতৃভাষাৰ সেৱা কৰিছিল। উত্তৰ জাতীয় সঙ্গীত ৰচনাত বৰদলৈৰ সুনাম আছিল।

'চৰিত্ৰই বল'—এই কথাৰ হুবহু প্ৰমাণ পোৱা গৈছিল বৰদলৈৰ জীৱনত। লোকে কয়, ৰাজনীতিত যোগ দিলে সৰহ ভাগ লোক চতুৰ হয়। বৰদলৈদেৱ হলে অতি সৰল আছিল। কিন্তু নিৰ্ভীকতাত তেখেতৰ নিচিনা লোক বিৰল। সত্য আৰু ন্যায়ৰ কাৰণে তেওঁ জনপ্ৰিয়তাৰ প্ৰতি ভ্ৰূক্ষেপ নকৰিছিল। তেখেতৰ মৃত্যুৰ কিছুদিন আগতে 'অসম অসমীয়াৰ' এই আন্দোলনে অসমৰ ইমূৰৰপৰা সিমূৰলৈ ঢৌ তুলিছিল। ইয়াকে দেখি বঙ্গদেশৰ বাতৰি-কাকত-সমূহে অসমক বঙালী-বিদ্বেষী বুলি অভিহিত কৰে। কিন্তু বৰদলৈদেৱে নিৰ্ভীকভাৱে তাৰ উত্তৰ দিছিল কলিকতাৰ বঙালী কাকত ''আনন্দ বাজাৰ পত্ৰিকা'ৰ জৰীয়তে। তেখেতে বঙালীতে 'আসামে বঙাল খেদা আন্দোলন' শীৰ্ষক সুদীৰ্ঘ প্ৰবন্ধ লিখি বঙালীৰ যুক্তি খণ্ডন কৰে আৰু 'অসম অসমীয়াৰ'—এই নীতিৰ যৌক্তিকতা প্ৰমাণ কৰে।

নবীনচন্দ্ৰ শান্ত, সৰল আৰু ধীৰ আছিল। প্ৰকৃতিত সদায় শিশু-সদৃশ আছিল। আনৰ দুখত দুখী হোৱা বৰদলৈৰ চৰিত্ৰৰ আন এটি মহৎ গুণ আছিল। শত্ৰুভাৱে তেখেতক বশ কৰা কঠিন আছিল; কিন্তু মিত্ৰভাৱে তেখেত আনৰ বশ নহৈ নোৱাৰিছিল। নবীনচন্দ্ৰ ভাবপ্ৰৱণ আছিল। সেই বুলি উদাৰতাতো অদ্বিতীয় আছিল। এই উদাৰতাৰ গুণতেই তেখেতে শত্ৰুকো হাৰ মনাইছিল। আৰ্থিক অৱস্থা বিষয়ত তেখেত সম্পূৰ্ণৰূপে উদাসীন আছিল। কালিলৈ কি হব সেই কথা ভাবিব নোৱাৰিছিল। সেই কাৰণে আৰ্থিক অৱস্থাত তেখেত স্বচ্ছল হব নোৱাৰিছিল।

নবীনচন্দ্ৰ ১৯৩৬ চনত মাৰ্চ্চ মাহত ৬১ বছৰ বয়সত পৰলোকলৈ গমন কৰে। তেখেতৰ মৃত্যু অতি শোকাবহ। এদিন তেখেতে চিলঙৰপৰা নিজে মটৰগাড়ী চলাই আহোঁতে, দুৰ্ভাগ্যক্ৰমে মটৰ-

দুৰ্ঘটনা হৈ গাত আঘাত পায়। আঘাত ক্ৰমে বৃদ্ধি হোৱাত তেখেতে ইহলীলা ত্যাগ কৰে। বৰদলৈৰ মৃত্যুত কেৱল যে অসমৰেই অপূৰণীয় ক্ষতি হৈছিল এনে নহয়, ভাৰতৰো এটা ডাঙৰ জাতীয় ক্ষতি হ'ল। ভাৰতৰ কংগ্ৰেছৰ বিশিষ্ট নেতা ৺ভুলাভাই দেশায়ে নবীনচন্দ্ৰৰ মৃত্যুত কৈছিল "নবীনচন্দ্ৰ আছিল অসমৰ মুকুটবিহীন ৰজা (He was the uncrowned King of Assam)।" কথাষাৰি আখৰে আখৰে সঁচা। আজি বৰদলৈদেৱ অসমৰ তথা ভাৰতৰ এই সন্ধিক্ষণত থকাহেঁতেন, দেশৰ যি মহৎ উপকাৰ হ'ল-হেঁতেন সেই কথা কোনে নকব? বৰদলৈদেৱৰ মৃত্যুত দেশে স্বাধীনতা যুদ্ধৰ এজন নিৰ্ভীক যোদ্ধা হেৰুৱাইছে।



# দাৰ্শনিক কমলাকান্ত

"মই বহুদিনৰপৰা পুৰাণ আৰু ইতিহাস পঢ়ি পাঢ় ইয়াকেহে পাইছো যে প্ৰাচীন আৰ্য্যজাতিৰ মূল জ্ঞান পৃথিবীৰ সদৌ মানৱ জাতিয়ে ক্ৰমে শিক্ষা কৰি জ্ঞানী আৰু সভ্য হৈ পৰিছে।"

—কমলাকান্ত

তেজপুৰৰ গড়াহাবি গাৱঁত অসমৰ বিখ্যাত ভট্টাচাৰ্য্য বংশত স্বৰ্গীয় কমলাকান্ত ভটাচাৰ্য্যদেৱৰ জন্ম হয়। তেওঁৰ জন্মৰ বছৰটো থিৰাংকৈ জনা নেযায়, ইংৰাজী ১৮৫৫ কি ১৮৫৬ চনত তেওঁৰ জন্ম হয় বুলি অনুমান কৰিব পাৰি। তেওঁৰ বাপেকৰ নাম বাণেশ্বৰ আছিল আৰু তেওঁ পুলিচৰ দাৰোগা আছিল। এওঁলোক অসমৰ বাৰভূঞাৰ শেহৰ লোক আছিল। সেই কাৰণে লোকে এওঁলোকক নভূঞা ঘৰবো বুলিছিল।

লৰাকাল সম্পৰ্কে কমলাকান্তই নিজেই এইদৰে লিখি থৈ গৈছে, "মোৰ ডেৰবছৰ বয়সৰ কথা মনত পৰে। মোৰ মোমায়ে (৺সোণাৰামে) আইৰ সৈতে আহাৰ কি শাওণ মাহত তেজপুৰৰপৰা তেওঁৰ ঘৰলৈ লৈ যায়। মোমায়ে মোক নাৱৰ পৰা নিজে কঢ়িয়াই লৈ যায়।" কমলাকান্ত সৰুৰেপৰা প্ৰতিভাৱান আৰু তীক্ষ্ণ বুদ্ধিৰ আছিল। পাঁচ বছৰ বয়সত তেওঁৰ বিদ্যাৰম্ভ হয়। ঘৰৰ বামুণ নিত্যানন্দদেৱে শিকাবলৈ আৰম্ভ কৰে। এই সম্পৰ্কে কমলাকান্তই লিখি গৈছে, "....নিতাই ঠাকুৰে নিতৌ ৰাতিপুৱা মোক ক খ লিখিবলৈ শিকাব ধৰিলে। মই অলপ দিনতে ফলিত লিখিবলৈ শিকিলো; কিন্তু নিতাই ঠাকুৰৰ চেকনী মাৰৰ কোব কিটা এতিয়াও মনত পৰি থাকে।"

তাৰ পিচত তেওঁ বাণেশ্বৰ নামে এজন সংস্কৃত পণ্ডিতৰ ওচৰত পঢ়িবলৈ ধৰে। তাত ছমাহৰ ভিতৰতে শিশুশিক্ষা শেষ কৰে আৰু চাণক্যশ্লোকবিলাক শুনি শুনি মুখস্থ কৰে। লগে লগে মহাভাৰত আৰু ৰামায়ণ দুখনো পঢ়িব পৰা হল। ইয়াৰ কিছুদিনৰ



কমলাকান্ত ভট্টাচাৰ্য্য

পিচত দেউতাকে কমলাকান্তক তেজপুৰলৈ আনি স্থানীয় স্কুলৰ পঞ্চম মানত ভৰ্ত্তি কৰাই দিয়ে।

কমলাকান্তই শিশুকালৰেপৰা নানা খেল-ধেমালিত সময় কটাইছিল। আজিকালিৰ দৰে বিলাতী খেলবোৰৰ প্ৰচলন নাছিল। অাকৰুখলা,

মেমচুৰি, বুৰুজখেলা আদি তেতিয়াৰ দিনৰ তাচখেলা খেলিছিল। পথাৰত ম'হৰ ওপৰত উঠি ঘূৰি ফুৰিছিল। মাঘবিহুত ভেলাঘৰ সাজি, ম'হ-যুঁজ লগাই বং কৰিছিল।

ইয়াৰ পিচত কমলাকান্ত গুৱাহাটীলৈ আহি হাইস্কুলত নাম লিখে। এই সম্পৰ্কে তেওঁ লিখিছে, "গুৱাহাটী স্কুলত পঢ়োঁতে মই এজন প্ৰচণ্ড লৰা আছিলো। মোৰ চোকা বুদ্ধি দেখা পাই মাষ্টৰবিলাকে বৰকৈ শলাগিছিল। মোক কোনো কোনো শিক্ষকে 'ফিলোচফাৰ' বুলি মাতিছিল। * * * স্বদেশপ্ৰেমৰ গুটি সৰু কালতে মই মহাভাৰত পঢ়োঁতে পাইছিলো। পঢ়াশালিত পঢ়াৰ সময়ত মই সদায় মহাভাৰত, ৰামায়ণ পঢ়িছিলো। সেই সময়ত ধেমালি কৰোঁতে নিজক অৰ্জ্জুন পাতো। ভালকৈ বাঁহৰ ধেনু তৈয়াৰ কৰাই লৈ বিৰিণা ঠাৰিৰে কাঁড় কৰি আকাশলৈ শৰ বৰিষণ কৰিছিলোঁ। তাৰেই যেন শত্ৰুসেনা জিকি দেশ স্বাধীন কৰি বিদেশী অজাতিবিলাকক দেশৰপৰা খেদাই দিছিলোঁ!" আকৌ তেওঁ লিখিছিল, "গুৱাহাটী হাইস্কুলত পঢ়োঁতে ৰঙ্গলাল বন্দোপাধ্যায়ৰ 'স্বাধীনতাহীনতাই কে বাঁচিতে চায়ৰে, দাসত্ব শৃঙ্খল বল কে পড়িবে পায়ৰে' এই কবিতাই আৰু হেমচন্দ্ৰ বন্দোপাধ্যায়ৰ কবিতাবিলাকে মোৰ, দুৰ্গাকান্ত বৰুৱাৰ, ভোলানাথ বৰুৱা আৰু গোবিন্দ মিশ্ৰৰ মন এনে তপত কৰি তুলিছিল যে আমি স্বদেশৰ কল্যাণ সাধিবলৈ প্ৰতিজ্ঞা কৰিবলৈ শপত খাই মাৰ বান্ধিছিলোঁহক। আগৰণুৱা ( champion ) আছিলোঁ মই।"

ইংৰাজী ১৮৭১ কি ১৮৭২ চন অসমৰ এটা সন্ধিক্ষণৰ সময় আছিল। কাৰণ এই সময়ত অসম বঙ্গদেশৰ অধীনত আছিল; আৰু অসমতো বঙ্গভাষাৰ প্ৰচলন হোৱাৰ কাৰণে চৰকাৰৰ তৰফৰপৰা এটা প্ৰচেষ্টা হয়। এইটো উল্লেখযোগ্য যে কিছুদিন অসমৰ চৰকাৰী ভাষা বঙালীহে আছিল। সেই সময়ৰ বঙ্গ আৰু অসমৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰ ছাৰ জৰ্জ কেম্বেল চাহাব বাহাদুৰে অসমত অসমীয়া ভাষা প্ৰচলন হব লাগে নে নেলাগে তাৰ মতামত লবৰ কাৰণে গেজেটত

এই বিষয়টো প্ৰকাশ কৰি মুখীয়াল লোকসকলৰ মতামত বিচাৰিছিল। লগে লগে অসমৰ প্ৰধান চৰকাৰী কৰ্ম্মচাৰী বঙালী বাবুসকলৰো মত আহ্বান কৰিছিল। মহৰ্ষি কমলাকান্তই এই সময়ত সমস্যাটোৰ গুৰুত্ব উপলব্ধি কৰে আৰু তেওঁৰ অন্তৰ্নিহিত দেশপ্ৰেমৰ জুই দপদপকৈ জলি উঠে। কমলাকান্ত তেতিয়া এজন ছাত্ৰ। অসমীয়া ভাষাৰ সেৱা কৰিবৰ উদ্দেশ্যে তেওঁ তেওঁৰ সহ-পাঠীসকলৰ লগত পৰামৰ্শ কৰি অসমত অসমীয়া ভাষা প্ৰচলন হব লাগে বুলি আন্দোলন চলায়। এই বিষয়ে তেওঁ নিজেই লিপিবদ্ধ কৰি থৈ গৈছে যে, "এতিয়া দেশৰ ডাঙৰ ডাঙৰ নেতাসকলে সঁচা কথা কলে মই ফিতাহি দেখুৱা বুলি ভাবিব পাৰে ; কিন্তু পোনপ্ৰথমেই অসমত মাতৃভাষা চলোৱাৰ গুৰি ময়েই।" সেই সময়ত প্ৰতি শনিবাৰে একোখন ছাত্ৰসভা পতা হৈছিল আৰু এই সভাত অসমীয়া ভাষাৰ গদ্য–পদ্য লিখি পাঠ কৰা হৈছিল। কমলাকান্তৰ ৰচিত আৰু উক্ত সভাত পঠিত কেবাটাও গদ্য-পদ্য 'অৰুণোদয়' আৰু 'অসম বিলাসিনী' কাকতত প্ৰকাশ হৈছিল। সি যি নহওক, অসমৰ জনমত গ্ৰহণ কৰি অসমত নিজ মাতৃভাষা অসমীয়া চলিব লাগে বুলি গৱৰ্ণমেণ্টক জনোৱা হল আৰু গৱৰ্ণমেণ্টেও এই মত গ্ৰহণ কৰে।

কমলাকান্তৰ দেউতাকৰ আৰ্থিক অৱস্থা ভাল নাছিল। সেই কাৰণে তেওঁ শিক্ষা সাং কৰিব নোৱাৰি ছাত্ৰজীৱনৰ পৰা অৱসৰ লব লগাত পৰিছিল। কিন্তু তেওঁৰ সহপাঠী বন্ধুসকলে এই কথাত বেজাৰ পাইছিল ; কাৰণ কমলাকান্ত তেওঁলোকৰ মাজত দলপতি আছিল। যিহেতু তেওঁ দেউতাকৰ জ্যেষ্ঠ লৰা, ঘৰ চলোৱা ভাৰো তেওঁৰ মূৰতে পৰে। তেওঁ চাকৰি কৰি নিজৰ স্বাধীন মনোবৃত্তি বিক্ৰী কৰা বিধৰ লোক নাছিল। কিন্তু কি কৰিব? কিছুদিন পিচত তেওঁ চাহ-বাগিচা এখনত কেৰাণী কামত ভৰ্ত্তি হয়।

তেজপুৰত চাকৰি কৰি থকা অৱস্থাত কমলাকান্তই স্থানীয় হাই-স্কুলত দুঘণ্টামান নিতৌ পঢ়ি এণ্ট্ৰেঞ্চ পৰীক্ষা দিবৰ কাৰণে চেষ্টা

কৰিছিল.। এই সময়ত চীফ্ চেক্রেটাৰী লেফ্টেনেণ্ট জন্ চাহাবে স্কুলৰ প্ৰথম শ্ৰেণীৰ ( এতিয়াৰ দশমমান ) ছাত্ৰবিলাকৰ পৰীক্ষা লয়হি আৰু চাহাবৰ আগত কমলাকান্তই গ্ৰে'ৰ 'ইলিজি' পদ্যটো মুখস্থ মতাত জন্ চাহাবে কমলাকান্তক সুধিছিল, "Are you a Bengalee ?" তাৰ উত্তৰত কমলাকান্তই উত্তৰ দিছিল যে তেওঁ অসমীয়া, বঙালী নহয়। চাহাবে পুনৰাই সুধিলে: 'Is Assamese different from Bengali ? Is not Assamese a vulgar dialect of Bengali ?" নিৰ্ভীক কমলাকান্তই কৈছিল, "No, it cannot be. Assamese is a more ancient language than Bengali. Assamese is our mother language, because we never dream in Bengali except in Assamese. That no nation can dream in foreign language is as true as day light." উত্তৰ শুনি জন্ চাহাবে স্কুলৰ পৰিদৰ্শন বহীত এইদৰে মন্তব্য লিখি থৈ গৈছিল, " Kamalakanta Bhattacharyya is a boy highly intellectual. Assamese is really the mother tongue of Assam,,

ব্যৱসায়-বাণিজ্যত অসমীয়া জাতিৰ উদাসীনতা তেওঁ সৰুৰেপৰা লক্ষ্য কৰি আহিছিল। কমলাকান্তই বাগিচাত চাকৰি কৰোঁতে বিদেশী মাৰোৱাৰীবিলাকে ঠায়ে ঠায়ে দোকান দি কেনেকৈ প্ৰভূত ধন ঘটিছিল, সেইবোৰ দেখি-শুনি স্বাধীনভাবে কাৰবাৰ কৰিবলৈ স্থিৰ কৰে আৰু অসম হিতৈষী স্বৰ্গীয় হৰিবিলাস আগৰৱালাৰ যত্নত বৰাবৰ কাৰবাৰ খোলে। এই সম্পৰ্কত তেওঁ মিৰি, ডফলা, নগা আদি পাৰ্বত্য জাতিবিলাকৰ মাজত সোমাই নিজে দোৱান শিকি এই মিছুলা অসমীয়া মানুহবিলাকক লৈ 'বৃহত্তৰ অসম'ৰ কল্পনা কৰিছিল। সেই কথাৰ আভাস কমলাকান্তৰ অগ্নিময় ৰচনা 'চিন্তানল'ত পোৱা

যায়। ইয়াৰ পিচত তেওঁ হাতীৰ কাৰবাৰ কৰে আৰু এই কাৰবাৰৰ সংযোগত কোঁচবিহাৰৰ মহাৰজা, বিজনীৰ ৰজা আৰু গৌৰীপুৰৰ ৰজাৰ লগত ঘনিষ্ঠ সম্বন্ধত আছে।

কমলাকান্ত যে কেৱল অসমীয়া জাতীয় ভাৱাপন্ন আছিল, এনে নহয়; ভাৰতীয় জাতীয়তাবাদৰ প্ৰেৰণাতো তেওঁ কম নাছিল। ১৯০৫ চনত বঙ্গদেশত যি জাতীয় আন্দোলন হয় সেই আন্দোলনৰ নেতা স্বৰ্গীয় সুৰেন্দ্ৰনাথ বন্দোপাধ্যায়, মনোৰঞ্জন গুহঠাকুৰতা, ব্ৰহ্মবান্ধৱ উপাধ্যায় আদি লোকসকলৰ লগত তেওঁ পৰিচিত হয়। কমলাকান্তই সুৰেন্দ্ৰনাথৰ "Bengalee" বোলা ইংৰাজী আৰু "বন্দেমাতৰম্" নামৰ বঙালী কাকতত ভাল ভাল প্ৰবন্ধ লিখিছিল।

১৮৮৫ চনত স্বৰ্গীয় দাদাভাই নৌৰজিৰ সভাপতিত্বত কলিকতাত বহা কংগ্ৰেছ জাতীয় মহাসভাত অসমৰ প্ৰতিনিধি হিচাপে কমলাকান্তই যোগ দিছিল। কলিকতাৰপৰা কমলাকান্ত দাৰ্জ্জিলিঙলৈ যায় আৰু তাত তেওঁৰ অমৰ পুথি 'চিন্তা-তৰঙ্গ' লিখে। এই পুথিত তেওঁ উচ্চ দাৰ্শনিকতাৰ ভাব প্ৰকাশ কৰিছে। কিন্তু দাৰ্জ্জিলিঙত তেওঁ সৰহ দিন নাথাকিল। তেওঁ তেওঁৰ পুৰণি বাসস্থান তেজপুৰলৈ আহে আৰু তাৰ জাতীয় জাগৰণত যোগ দিয়ে। কমলাকান্তই অসমৰ পুৰণি সাময়িকী "আসাম বান্ধৱ' আৰু ইংৰাজী বাতৰিকাকত 'টাইমচ অব্ আসাম'—এই দুখন উলিয়াওঁতে অন্যতম উদ্যোক্তা আছিল। তেজপুৰৰপৰা তেওঁ সপৰিয়ালে ব্যৱসায় সম্পৰ্কত ধুবুৰীলৈ যায়। ধুবুৰীত মহৰ্ষিদেৱ ইমান লোকপ্ৰিয় হৈ উঠিছিল যে ইয়াৰ কিছুদিন পিচত গুৱাহাটীলৈ অহাত ধুবুৰীবাসীয়ে মনত বৰ বেজাৰ কৰিছিল। ধুবুৰীৰপৰা কমলাকান্তই গুৱাহাটীলৈ আহি পুনঃ হাতীৰ কাৰবাৰ কৰে। লগে লগে তেওঁ নিজৰ চিন্তা আৰু ভাবৰ সমতা দেখুৱাই দেশৰ কাৰণে, জনসাধাৰণৰ কাৰণে মন সঁপি দিয়ে।

গুৱাহাটীত আইন কলেজৰ ভূতপূৰ্ব্ব অধ্যক্ষ ৺জ্ঞানদাভিৰাম বৰুৱাৰ লগত তেওঁৰ বিশেষ বন্ধুত্ব হয়। গুৱাহাটীত থকা কালত কমলাকান্তই ছাত্ৰ-সমাজৰ মাজত এটা জাতীয় ভাবৰ গুটি সিঁচে আৰু জাতীয়তা-বাদী আলোচনী "চেতনা"ত 'গোটাদিয়েক চিন্তাৰ ঢৌ' লিখি সঁচাকৈয়ে সুধীসমাজত এটা চিন্তাৰ খলকনি তুলিছিল।

ইয়াৰ পিচত পুনঃ কমলাকান্ত কলিকতালৈ যায়। বিদেশত থাকিও কমলাকান্তই অসমৰ কাৰণে যিদৰে ভাবিছিল, সি সঁচাকৈয়ে তেওঁৰ উগ্ৰ জাতীয়তা-বোধৰ পৰিচায়ক। কলিকতাত তেওঁ 'আসাম-হিতৈষী' নামৰ এখন মাহেকীয়া আলোচনী উলিয়ায়। তদুপৰি বঙালী 'তত্ত্ববোধিনী' কাকতত বঙালী ভাষাত গহীন দাৰ্শনিক প্ৰবন্ধ লিখি তেওঁ গভীৰ চিন্তাৰ চিনাকি দিছিল।

১৯২৭ চনত তেওঁ পুনৰাই গুৱাহাটীলৈ উভতি আহি তেওঁৰ আগেয়ে আৰম্ভ কৰা দাৰ্শনিক পুথি 'অষ্টাবক্ৰৰ আত্মজীৱনী' লিখাত মনোযোগ দিয়ে। অসমীয়া সাহিত্য সমাজত তেওঁৰ স্থান উচচ আছিল। ১৯২৮ চনত অসম সাহিত্য সভাৰ যোৰহাট অধি-বেশনৰ সভাপতি হৈ তেওঁ চিন্তাশীল অভিভাষণ পাঠ কৰি সকলোকে মুগ্ধ কৰিছিল।

মহৰ্ষিদেৱ যে কেৱল এজন সাহিত্যিক আছিল এনে নহয়, এজন অসমৰ বিখ্যাত সমাজ-সংস্কাৰকো আছিল। অস্পৃশ্যতা, বিধৱা-বিবাহ, শিশু-বিবাহ আদি সামাজিক সমস্যাবিলাকৰ বিষয়ে কাকতে-পত্ৰে লিখি, সভাই-সমিতিয়ে বক্তৃতা দি সমাজ শুদ্ধিৰ কাৰণে যথেষ্ট চেষ্টা কৰিছিল। তেওঁৰ চৰিত্ৰৰ অন্যতম গুণ আছিল এই যে তেওঁ বাৰ্দ্ধক্যতো ডেকাৰ দৰে সাহ বুকুত বান্ধি সেইমতে কাম হাতত লবলৈ সকলোকে উদগণি দিছিল। অসমত 'ছিলেট-বিচ্ছেদ' সমস্যা সম্পৰ্কে মহৰ্ষিদেৱে যিবোৰ অকাট্য যুক্তিৰ

অৱতাৰণা কৰিছিল, সেইবোৰে সকলোৰে মন আকৰ্ষণ কৰিছিল। দৰাচলতে কমলাকান্ত প্ৰবুদ্ধ অসমৰ দাৰ্শনিক যোদ্ধা আছিল।

ইংৰাজী ১৯৩৬ চনৰ ১৪ ডিচেম্বৰ তাৰিখে তেওঁ গুৱাহাটীৰ নিজা ঘৰ 'পূৰ্ণ-কুটিৰ'ত স্বৰ্গী হয়।



# ৰায়বাহাদুৰ আনন্দচন্দ্ৰ

"মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ
আমিও কৰিব পাৰোঁ জীৱন গঢ়িত ;
অভিনয় শেষ হলে আয়ু বেলি মাৰ গলে
থই যাব পাৰোঁ খোজ সময় বালিত।"

—আনন্দচন্দ্ৰ

অসমত আগৰৱালা পৰিয়ালটো সকলোৰে জনাজাত। অসমীয়া ভাষা, সাহিত্য, ৰাজনীতি, সঙ্গীত, ব্যৱসায় আদি প্ৰায় সকলো ক্ষেত্ৰতে তেওঁলোকৰ দান প্ৰকৃততে প্ৰশংসনীয়। ১৭৯৫ শকৰ ভাদ মাহত (ইং ১৮৭৪ চন) এই স্বনামধন্য বংশতেই ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালাদেৱৰ তেজপুৰ জিলাৰ কলং মৌজাত জন্ম হয়। তেওঁ ৬৬ বছৰ বয়সত তেজপুৰৰ নিজা ঘৰত ১৯৩৯ চনত ইহলীলা ত্যাগ কৰে।

আগৰৱালা বুলিলে আমি সাধাৰণতে মাৰোৱাৰ দেশৰ লোক বুলি কওঁ। এই পৰিয়ালটো মাৰোৱাৰ দেশৰ লোক। কিন্তু কি ভাগ্য-বিপৰ্য্যয়ৰ ফলত ভাৰতৰ পূব চুকলৈ আহি এই দেশৰ আপোন হৈ পৰিল, সেইটো জানিবলগীয়া কথা। অসমত এই বংশৰ প্ৰতিষ্ঠাতা ৺নৱংৰাম আগৰৱালা। এওঁ মাৰোৱাৰ দেশৰ এজন ধনী সাউদৰ লৰা আছিল। সৰুতে তেওঁ মাক-বাপেকক হেৰুৱায়। বাপেকৰ ভূ-সম্পত্তি যথেষ্ট আছিল যদিও পিচত সেইবোৰ হেৰাই লৰং ঠৰং হয়।

উপায়হীন হৈ নিজ ভাগ্য বিচাৰি পূব-ভাৰতলৈ আহে। প্ৰথমতে নামনি অসমৰ গোৱালপাৰা চহৰ পায়হি। তাতে সাধাৰণ ৰকমে এটা কাৰবাৰ হাতত লয়। তেতিয়া অসম বৃটিছৰ হাতলৈ যোৱা নাই। গোৱালপাৰাত কাৰবাৰৰ সুবিধা কৰিব নোৱাৰি, নৰংৰাম উজাই আহি দৰং জিলাৰ বিশ্বনাথঘাটত কাৰবাৰ কৰে। কিন্তু ইয়াতো তেওঁৰ ভাগ্য-লক্ষ্মীৰ কোনো আগন্তুক নেদেখিলে। বিশ্বনাথ তেতিয়া বৃটিছৰ হাতত। ইয়াৰপৰা তেওঁ ছয়দুৱাৰৰ গমিৰিব ফালে ঢাল খায়। গমিৰি আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। ইয়াতেই এই মাৰোৱাৰী ডেকাজনে অসমীয়া ৰাজখোৱা পৰিয়ালৰ এজনী ছোৱালীৰ পাণি গ্ৰহণ কৰে। এইজনাই স্বৰ্গীয় হৰিবিলাস আগৰ-ৱালাৰ মাক। নৰংৰামে পিচত আৰু এজনী বিয়া কৰায় আৰু এইজনী পত্নীৰ গৰ্ভত কাশীৰাম নামৰ এটা লৰা জন্মে। কাশীৰাম আনন্দচন্দ্ৰ আগৰৱালাৰ বাপেক।

আনন্দচন্দ্ৰৰ বাপেক কাশীৰাম কলংপুৰ মৌজাৰ মৌজাদাৰ আছিল। তেওঁৰ অৱস্থা বেয়া নহলেও হৰিবিলাসৰ দৰে স্বচ্ছল নাছিল। কাজেই বাপেকৰ মৃত্যুৰ পিচত আনন্দচন্দ্ৰ হৰিবিলাসৰ যত্নতেই ডাঙৰ-দীঘল হৈছিল। এওঁ তেজপুৰ গবৰ্ণমেণ্ট হাইস্কুলৰ পৰা ১৮৯১ চনত এণ্ট্ৰেঞ্চ পৰীক্ষা দি সুখ্যাতিৰে পাছ কৰে আৰু গবৰ্ণমেণ্টৰ কৰি-টকীয়া বৃত্তি এটাও লাভ কৰে। উচ্চশিক্ষাৰ কাৰণে কলি-কতালৈ গৈ মেট্ৰোপলিটান কলেজত (এতিয়া ইয়াৰ নাম বিদ্যাসাগৰ কলেজ হৈছে) ভৰ্ত্তি হয়। এইটোও উল্লেখযোগ্য যে সেই সময়ত স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী, স্বৰ্গীয় বেজবৰুৱা, স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰ-ৱালা প্ৰভৃতি "জোনাকী-যুগ"ৰ কৃতী সন্তানসকল উচ্চশিক্ষা লাভাৰ্থে কলিকতা-প্ৰবাসী। আনন্দচন্দ্ৰই সময়ে সময়ে মেচত, পিচত খুৰায়েক হৰিবিলাসৰ কলিকতাস্থ বৰবজাৰৰ আৰ্ম্মেনীয়ান ষ্ট্ৰীটৰ ঘৰত থাকি পঢ়ে। আনন্দচন্দ্ৰৰ সৰুৰে পৰা সাহিত্যৰ প্ৰতি ধাউতি আছিল।

"জোনাকী", "বিজুলী" আদি আলোচনীবোৰত তেওঁৰ কবিতা আৰু প্ৰবন্ধ সঘনে প্ৰকাশ হৈছিল। পঢ়া-শুনাত এওঁ বহুত অসুবিধা ভোগ কৰিছিল। তথাপি তেওঁ এফ-এ শ্ৰেণীলৈ পঢ়ে। কিন্তু দুৰ্ভাগ্যক্ৰমে পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে। প্ৰকাশ, এওঁ অঙ্কত বৰ কেঁচা আছিল আৰু এই বিষয়তে এওঁ 'ফেল' কৰিছিল। ইতিমধ্যে নানা কাৰণত তেওঁৰ শাৰীৰিক অসুস্থতাও হয়। সেই কাৰণে অধ্যয়ন ত্যাগ কৰি খুৰায়েক হৰিবিলাসৰ কলিকতাৰ কাৰবাত সহকাৰী ৰূপে যোগ দিছিল। দুখৰ বিষয় ঠিক এই সময়তে হৰিবিলাসৰ কাৰবাৰত অশেষ ক্ষতি হয় আৰু কলিকতাস্থ ঘৰবাৰী বিক্ৰী কৰে। আনন্দচন্দ্ৰ ভগ্নমনোৰথ হৈ নিজ ঘৰলৈ উভতি আহে।

ঘৰলৈ আহি প্ৰথমতে তেওঁ শিৱসাগৰ বেজবৰুৱা হাইস্কুলত সহকাৰী শিক্ষকৰ কামত সোমায়। ইয়াতো তেওঁৰ মন নবহিল আৰু কিছুদিনৰ পিচতে এই কাম ইস্তফা দিয়ে। ঘৰলৈ অহাত বাপেকে এদিন মাতি আনি কলে, "আনন্দ, শুনিছোঁ, বোলে তেজপুৰত এটা হেড্ কনিষ্টবলৰ কাম খালী হৈছে। তই তাত নোসোমাৱ কিয়? পুলিচৰ চাকৰি হলে ভাল হব।" বাপেকৰ কথা শুনি আনন্দৰ মনত দুখ লাগিল যে আই-এলৈ পঢ়া ডেকা এজন হেড্ কনিষ্টবলৰ কামত সোমাব লগা হ'ল। অন্ততঃ সেই সময়ত এইখিনি বিদ্যা পাই এনে কামত সোমোৱা কথাটো কল্পনা কৰিবই নোৱাৰি। তাতে আনন্দচন্দ্ৰ আছিল এজন আঢ্যৱন্ত ঘৰৰ লৰা। ভাবিচিন্তি বাপেকক কলে যে তেওঁ চাকৰি নকৰে। কিন্তু বাপেকে পুতেকক পুনৰায় বুজাই কলে, "তই সোমা। মই তোক আশীৰ্ব্বাদ দিছোঁ। তোৰ ইয়াতেই মঙ্গল হব।" এই বুলি আনন্দচন্দ্ৰই বাপেকৰ কথা এৰাব নোৱাৰি আশীৰ্ব্বাদ মূৰত লৈ হেড্ কনিষ্টবল হোৱাটোকে সিদ্ধান্ত কৰিলে। আনন্দচন্দ্ৰই মনোযোগেৰে কাম কৰাৰ পিচত ঠিক ছমাহৰ পিচতেই চব-ইন্সপেক্টৰৰ পদলৈ উঠে। তাৰ পিচত তেওঁ নিজৰ

বুদ্ধি, কাৰ্য্য-নিপুণতা আৰু চৰিত্ৰৰ বলত পুলিচ-চাহাবৰ নিচিনা দায়িত্বপূৰ্ণ আৰু উচচ পদ লাভ কৰিছিলগৈ। এওঁৱেই অসমীয়াৰ ভিতৰত পুলিচ-বিভাগৰ এই উচচ পদ পোৱা প্ৰথম।

আনন্দচন্দ্ৰই অসমীয়া ভাষা আৰু সাহিত্যৰ যিখিনি সেৱা কৰি গল, সি এনে আজৰি নথকা চাকৰিয়ালৰ পক্ষে আশাতীত বুলি কব পাৰি। এই আশাশুধীয়া সাহিত্য-সেৱা তেওঁৰ কবি-প্ৰতিভাৰ পৰিচায়ক। তেওঁ ইংৰাজী কবিসকলৰ কেতবোৰ কবিতা অসমীয়ালৈ অনুবাদ কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছিল। কেইজনমান বন্ধুৰ লগ লাগি তেওঁ ছাত্ৰাৱস্থাত ১৪১ টা গীতেৰে "ধৰ্ম্ম-সঙ্গীত" নামৰ এখন গানৰ কবিতা পুথি লিখে। ইয়াৰ উপৰিও এওঁ 'আদি-পাঠ', 'কোমল-পাঠ', 'জিলিকনি' আদি কেবাখনো পুথি ৰচনা কৰে। তেওঁৰ কবিতাবোৰ মূলতঃ অনুবাদ হলেও ইংৰাজ-কবি Longfellowৰ "Psalm of Life"— (জীৱন-সঙ্গীত), "Better Land" (সুখৰ ঠাই) আদি কবিতাবোৰক আমাৰ ভাষাত প্ৰথম শ্ৰেণীৰ কবিতা বুলিব পাৰি। ইয়াৰ উপৰিও, তেওঁ সৰু সৰু গল্প, জীৱ-তত্ত্ব, প্ৰাণী-তত্ত্ব আদিৰ বিষয়ে উপদেশমূলক প্ৰবন্ধ লিখি বৰ্ত্তমান অসমীয়া আলোচনী কেইখনৰ শ্ৰীবৃদ্ধি কৰিছিল।

আনন্দচন্দ্ৰ আছিল এজন নিজে-গঢ়া মানুহ। কি সাহিত্য, কি চাকৰি-জীৱন, কি কৰ্ম্মজীৱন সকলোতে তেওঁ নিজৰ বাউসিৰ বলেৰে উন্নতি কৰিছিল।

:::※:::

# ৰসৰাজ লক্ষ্মীনাথ

"আজিৰ ভাৰতীয়ই পশ্চিমৰ সকলো বিষয়কে বাছ-বিচাৰ নকৰি অনুকৰণ কৰাৰ ফল, নিজৰ ভিতৰত হুলস্থূল। অনুকৰণৰ বাঢ়াবঢ়ি হলে পশ্চিমতকৈ আগেয়ে আমাৰ নিপাত।"

—কৃপাবৰ



৺ লক্ষ্মীনাথ বেজবৰুৱা

লক্ষ্মীনাথ বেজবৰুৱাৰ দেউতাকৰ নাম ৺দীননাথ বেজবৰুৱা। দেউতাকৰ দুগৰাকী পত্নী আছিল। প্ৰথমা পত্নীৰ গৰ্ভত ছজন আৰু দ্বিতীয়া পত্নীৰ গৰ্ভত সাতজন পুত্ৰ জন্মে। লক্ষ্মীনাথে ১৮৬৮

চনৰ সম্ভৱতঃ নবেম্বৰ মাহত (১৭৯০ শক, কাতি মাহ) জন্ম গ্ৰহণ কৰে। তেওঁৰ জন্মৰ কাহিনী কৌতূহলপূৰ্ণ। দেউতাক ৺দীননাথ বেজবৰুৱাই চৰকাৰী মুনচিফৰ কাম কৰি অসমৰ নগৰে নগৰে ফুৰিব লগাত পৰিছিল। তেওঁ এবাৰ নগাওঁৰপৰা বৰপেটালৈ বদলি হয়। আজিকালিৰ দৰে তেতিয়া ৰেল বা হাৱাগাড়ী আদিৰ প্ৰচলন নাছিল। হয় নাৱেৰে নাইবা জাহাজেৰে নহয় খোজ কাঢ়ি যাতায়াত কৰিব লাগিছিল। লক্ষ্মীনাথৰ দেউতাকেও নগাওঁৰপৰা বৰপেটালৈ যাওঁতে নাৱেৰে গৈছিল। সিদিনা আছিল লক্ষ্মী-পূৰ্ণিমা। নাৱেৰে গৈ থাকোঁতে আঁহতগুৰি নামে ঠাই এখনৰ ওচৰত এক শুভমুহূৰ্ত্তত নাৱতে লক্ষ্মীনাথৰ জন্ম হয়। মাক-বাপেকে সেইবাবেই লৰাটোৰ নামো লক্ষ্মীনাথ থৈছিল। কিন্তু বেজবৰুৱাৰ পিচৰ কৰ্ম্মজীৱনলৈ চাই তেওঁক লক্ষ্মীৰ পুত্ৰ নুবুলি সৰস্বতীৰ পুত্ৰহে বুলিব পৰা যায়।

লক্ষ্মীনাথৰ দেউতাক এজন চৰকাৰী চাকৰিয়াল আছিল যদিও ৰীতি-নীতি, আচাৰ-ব্যৱহাৰত কৰ্ম্ম নৈষ্ঠিক আছিল। পুতেক লক্ষ্মীনাথো সৰুৰেপৰা নৈষ্ঠিক নহৈ নোৱাৰিছিল। লক্ষ্মীনাথ চোকা বুদ্ধিৰ আছিল হয়, কিন্তু উদ্ধতালিতো তেনে এক নম্বৰ আছিল। লৰাকালত দিনৰ দিনটো হাবিয়ে বননিয়ে ফল-মূল খাই সময় কটাইছিল।

বেজবৰুৱা আধুনিক অসমীয়া ভাষা আৰু সাহিত্যৰ অন্যতম প্ৰাণপ্ৰতিষ্ঠাতা আছিল। অসমীয়া সাহিত্য আৰু লক্ষ্মীনাথ---এই দুয়োটাৰ সম্বন্ধ অপৰিহাৰ্য্য আছিল। কিন্তু আচৰিত কথা যে যিজনে এই সাহিত্যক নতুন ৰূপ, নতুন গঢ় দিছিল, সেইজনে প্ৰথমতে বঙালী ভাষা শিকিছিল। বহুক্ষেত্ৰতে সেই বঙালী ভাষাৰ লগত ফেৰ পাতি অসমীয়া সাহিত্যৰ কাৰণে আজীৱন কটাইছিল। লক্ষ্মীনাথে প্ৰথমতে ইংৰাজী শিক্ষা আৰম্ভ কৰে নিজ ঘৰতে। ১৮ বছৰ বয়সত ১৮৮৬ চনত তেওঁ শিৱসাগৰত উচচ ইংৰাজী স্কুলৰপৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তাত থকা কালত দজন কৃতী শিক্ষকৰ তলত ইংৰাজী আৰু

সংস্কৃত ভাষাৰ যথেষ্ট স্থান লাভ কৰে। প্ৰৱেশিকা পৰীক্ষাত কুৰি-টকীয়া এটা বৃত্তি পাই তেওঁ কলিকতাৰ কলেজত ভৰ্ত্তি হবলৈ যাত্ৰা কৰে। প্ৰথমতে তাত কালিঘাটৰ এঘৰ পৰিয়ালৰ ঘৰত থাকি ৰিপণ কলেজত নাম লিখে। কিন্তু পৰিয়ালৰ ঘৰত থাকি পঢ়াশুনা কৰিবলৈ তেওঁ বহুত অসুবিধা অনুভৱ কৰে, বিশেষকৈ বঙালীৰ খাদ্য খাই তেওঁৰ শৰীৰৰ অশেষ অপকাৰ হৈছিল বুলিও জনা যায়। সেই কাৰণে কিছুদিনৰ পিচত পঢ়া বাদ দি ঘৰলৈ গুচি আহে।

শিৱসাগৰলৈ আহি তিনিমাহ কাল কোনো কাম-কাজ নকৰি ঘুৰি ফুৰে। ইচ্ছা কৰা হলে তেওঁ এটা কেৰাণীৰ পদত সোমাব পাৰিলেহেঁতেন। আজিকালিৰ দৰে তেতিয়া সাধাৰণ শিক্ষা পালেই কাজ-কাম পোৱা টান নাছিল। এইদৰে তিনিমাহ কটোৱাৰ পিচত দেউতাকৰ অনুমতি লৈ পুনৰায় কলিকতালৈ গল আৰু চিটি কলেজত ভৰ্ত্তি হ'ল। সেচত থাকি মনোযোগেৰে পঢ়াশুনা কৰি ১৮৯০ চনত বি-এ পৰীক্ষা দি বেজবৰুৱা ঘৰলৈ আহে। যেতিয়া পৰীক্ষাত পাছ হোৱা খবৰ ওলাল, লক্ষ্মীনাথৰ কি অপাৰ আনন্দ! কি কৰিব কি নকৰিব, সেয়ে তেওঁৰ চিন্তা হ'ল। কিছুদিন পিচত গৱৰ্ণমেণ্টে এবাৰ নহয় দুবাৰ নহয়, তিনিবাৰ তেওঁক হাকিম পদ যাচে; কিন্তু স্বাধীনচিতীয়া লক্ষ্মীনাথে সন্মানেৰে তাক প্ৰত্যাখ্যান কৰে। এই সম্বন্ধে তেওঁ নিজৰ "জীৱন-সোঁৱৰণ"ত লিখিছে-

"....নলৈ (অৰ্থাৎ হাকিমী পদ গ্ৰহণ নকৰি) মই ভালকে কৰিলোঁ নে 'অহম্মকীকে' কৰিলো, আজি মই নকওঁ। লোকে মোৰ স্বভাৱৰ বিষয়ে কি বিশ্লেষণ কৰি থৈছে, মই কব নোৱাৰোঁ। কিন্তু মই নিজে যিটো কৰি থৈছোঁ সেইটো শুধেই হওক বা অশুধেই হওক মই কওঁ, যথা—মই গোঙোৰা স্বভাৱৰ মনুষ্য। স্বাধীনতা হীনতকৈ মন শ্ৰেষ্ঠতৰ বুলি সদায় ভাবি আহিছোঁ। মোৰ যেতিয়া অন্তৰত গুহ্যাতিগুহ্যৰপৰা এই ভাব আৰু সঙ্কল্প ওলাইছিল যে মই

স্বাধীনভাবে পৰিশ্ৰম কৰি ভাত এমুঠি খাম, পৰৰ গোলামী কৰি নহয়, তেনেহলেই মই তৰি যাম। স্বাধীন ব্যৱসায় বা চেষ্টাত মই যদি বৰ ডাঙৰ হব পাৰো ভালেই, নহলে নাই; তথাপি পেটে-ভাতে খাই থাকি তেনে জীৱন যাপন কৰাটোৱেই মোৰ উচচ আকাঙ্ক্ষা আছিল; আৰু আজিও আছে। সেইদেখি মই অসম গৱৰ্ণমেণ্টৰ যচা চাকৰি নললোঁ।”

লক্ষ্মীনাথৰ এই উক্তিয়েই তেওঁৰ ব্যৱসায়প্ৰিয়তা আৰু স্বাধীন ভাৱাপন্ন লোকৰ পৰিচয় দিয়ে। কাৰ্য্যত তেওঁ উগ্ৰ জাতীয়তাবাদী নহব পাৰে, কিন্তু ভাবত যে এই শ্ৰেণীৰ লোক আছিল, সন্দেহ নাই। লক্ষ্মীনাথে হাকিম পদ গ্ৰহণ কৰাহেঁতেন, অসমীয়া সাহিত্যত যি ৰস-ৰাজ্যৰ সৃষ্টি হ'ল, তাৰপৰা আমি নিশ্চয় বঞ্চিত হলোহেঁতেন।

তেওঁ কলিকতালৈ গৈ পুনৰায় শিক্ষাৰ উচচ মহলাখিনি শেষ কৰিবৰ মনেৰে ৰিপণ কলেজত এম-এ আৰু ল শ্ৰেণীত নাম ভৰ্ত্তি কৰে। কিন্তু সৰস্বতীৰ কুদৃষ্টিত তেওঁ দুয়োটাতে উত্তীৰ্ণ হব নোৱাৰিলে। এই সম্পৰ্কে বেজবৰুৱাই কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষৰ ওপৰত এটা মোকৰ্দমা আনে। এই ঘটনাই সৰ্ব্বসাধাৰণৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰে। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁ তাত জয়ী হব নোৱাৰিলে। এম-এ পঢ়া কালতে ২৩ বছৰ বয়সত তেওঁ বিয়া কৰায়। বেজ-বৰুৱাৰ বিয়াখনো ৰহস্যজনক। কাৰণ, যিজন লোকে অসমীয়া ভাষা, কৃষ্টি, সাহিত্যৰ কাৰণে জীৱন উচৰ্গা কৰিছিল, তেওঁ অসমীয়া ছোৱালী বিয়া কৰোৱা নাছিল। বঙ্গদেশৰ বিখ্যাত ঠাকুৰ-পৰিয়ালৰ ৺হেমেন্দ্ৰনাথ ঠাকুৰৰ কন্যা শ্ৰীযুতা প্ৰজ্ঞাসুন্দৰী দেৱীৰ পাণি গ্ৰহণ কৰে। বেজবৰুৱাৰ নিচিনা লোকে বঙালী আভিজাত্যৰ আৰু ব্ৰাহ্ম ধৰ্মৰ ছোৱালী বিয়া কৰোৱাত অসমৰ বহুত লোকে তেওঁৰ কাৰ্য্যৰ তীব্ৰ সমালোচনা কৰিছিল। কিন্তু তাৰ উত্তৰত তেওঁ বঙ্গৰ

কবীন্দ্ৰ ৰবীন্দ্ৰ ঠাকুৰ যে এসময়ত অসমীয়া আছিল, তাকেহে প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল। বেজবৰুৱাই লিখিছিল, "অনেকে নাজানে যে কলিকতাৰ ঠাকুৰ-বংশৰ উপৰি পুৰুষ বিখ্যাত পুৰুষোত্তম বিদ্যা-বাগীশ কোচবিহাৰৰ ৰাজসভাত থাকি ৰজাৰ অনুজ্ঞামতে অসমত প্ৰচলিত 'ৰত্নমালা ব্যাকৰণ' ৰচনা কৰিছিল।" ঠাকুৰ-বংশ যে গুৰিতে অসমীয়া আছিল বা অসমৰ লগত তেওঁলোকৰ ঘনিষ্ঠ সম্বন্ধ আছিল, তাকে প্ৰতিপন্ন কৰিবলৈ প্ৰকাৰান্তৰে লক্ষ্মীনাথে চেষ্টা কৰিছিল।

বেজবৰুৱাই কৰ্ম্মজীৱন আৰম্ভ কৰে ব্যৱসায়ী হিচাপে। অসমৰ বিখ্যাত কাৰবাৰী স্বৰ্গীয় ভোলানাথ বৰুৱাৰ লগত লগ লাগি প্ৰথমতে কপাহৰ, পিচত কাঠৰ কাৰবাৰত যোগ দিয়ে। বাৰ্ড নামৰ ইংৰাজী কোম্পানী এটাৰ তলতো তেওঁ কিছুদিন কাৰবাৰ কৰে। বেজবৰুৱাই ব্যৱসাত যথেষ্ট ধন ঘটিব নোৱাৰিছিল, কিন্তু থকা দিনকেইটা অভাৱ নোহোৱাকৈয়ে কটাইছিল। এই বিষয়ে তেওঁ মনত কোনো বেজাৰ নকৰিছিল, কিয়নো ধনঘটা তেওঁৰ জীৱনৰ উদ্দেশ্য নাছিল। তেওঁৰ ব্ৰত আছিল সাহিত্য-সেৱা।

লক্ষ্মীনাথৰ সাহিত্য-প্ৰতিভা অতুলনীয় আৰু তেওঁৰ প্ৰবন্ধবিলাক জাকত-জিলিকা। বেজবৰুৱাৰ সাহিত্য আৰু ভাষা তেওঁৰ লিখনীৰ দ্বাৰা সাজি-পাৰি উঠি অসাধাৰণ ৰূপ লৈ আনৰ মাজত ওলাই পৰে। অসমীয়া জাতিৰ সাধাৰণ ৰীতি-নীতিবোৰেই তেওঁৰ প্ৰবন্ধৰ বিষয় বস্তু আছিল। আন লিখকৰ দৰে বেজবৰুৱাই টান শব্দ প্ৰয়োগ নকৰিছিল। অসমীয়া সাধাৰণ শ্ৰেণীৰ লোকে যি ভাষা ব্যৱহাৰ কৰিছিল, তাকে বেজবৰুৱাই সাজপাৰ পিন্ধাই পাঠকৰ আগত এইদৰে উলিয়াই দিছিল যে পাঠকে তাতেই আনন্দ উপভোগ কৰিছিল। বেজবৰুৱাৰ খুহটীয়া ৰচনাবোৰ হাস্যৰসৰ প্ৰথম শ্ৰেণীৰ সাহিত্য

আছিল্‌। হাস্য আৰু ব্যঙ্গৰসত বেজবৰুৱা এজন সিদ্ধহস্ত লিখক আছিল।

বেজবৰুৱাৰ ৰচনাৱলী নানা তৰহৰ। নাটক, জীৱনী, সমালোচনা, কবিতা, খুহুটীয়া কথা, বিবিধ, সাধু আদি সকলো বিধৰ ৰচনা তেওঁ লিখিছিল। তেওঁৰ নাটকৰ ভিতৰত লিটিকাই, পাঁচনি, নোমল, চিকৰ-পতি নিকৰ-পতি, চক্ৰধ্বজ সিংহ, বেলিমাৰ, জয়মতী কুঁৱৰী; উপন্যাসৰ ভিতৰত পদুম কুঁৱৰী; কবিতাৰ ভিতৰত কদম-কলি; জীৱনী আৰু সমালোচনাৰ ভিতৰত ৺দীননাথ বেজবৰুৱা, শঙ্কৰদেৱ, মাধৱদেৱ; সাধু আৰু গল্পৰ ভিতৰত জোনবিৰি, সাধুকথাৰ কুকি, সুৰভি; বিবিধৰ ভিতৰত কামত কৃতিত্ব লভিবৰ সঙ্কেত, বাখৰ, ভাগৱত কথা, ভাৰতবৰ্ষৰ বুৰঞ্জী আদিয়েই প্ৰধান। ইয়াৰ উপৰিও তেওঁৰ ছাত্ৰ অৱস্থাত লিখা 'জোনাকী'ৰ গদ্য আৰু পদ্য, পিচত নিজৰ সম্পাদিত 'বাঁহী'ত কাহুঁদী খাৰলি, তত্ত্বকথা, কৃষ্ণকথা, মোৰ জীৱন-সোঁৱৰণ, মোৰ মাতৃমুখ দৰ্শন আৰু "আৱাহন"ত প্ৰকাশিত নানা প্ৰবন্ধই অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি কৰিছিল।

বেজবৰুৱাই মাতৃ-ভাষাৰ সেৱা যিদৰে কৰিব পাৰিছিল, মাতৃ-ভূমিৰ সেৱা কামে-কাজে তেনেদৰে কৰিব পৰা নাছিল। তথাপি তেওঁ কলমৰ জৰীয়তে আৰু সভাই-সমিতিয়ে বক্তৃতা দি দেশৰ সমস্যাবোৰৰ প্ৰতি দেশবাসীৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এইটো মন কৰিবলগীয়া যে তাহানি কংগ্ৰেছৰ এলাহাবাদ অধিবেশনলৈ অসমৰ প্ৰতিনিধি হিচাপে গৈ মুকলি সভাত বক্তৃতা দিয়া অসমীয়াৰ ভিতৰত বেজবৰুৱাই প্ৰথম। বেজবৰুৱাৰ ৰচিত অসমৰ জাতীয় গীত

"অ, মোৰ আপোনাৰ দেশ,
অ' মোৰ চিকুণী দেশ,

এনেখন শুৱলা
এনেখন সুফলা
এনেখন মৰমৰ দেশ।
অ' মোৰ সুৰীয়া মাত,
অ' মোৰ সুৱদি মাত,
পৃথিবীৰ ক'তো
বিচাৰি জনমতো
নোপোৱা কৰিলে পাত।"

বঙ্গদেশৰ বঙ্কিম বাবুৰ "বন্দে মাতৰম" গানতকৈ জাতীয়তা-বোধত কম নহয়।

লক্ষ্মীনাথে বিষয়-ব্যৱসায় সম্পৰ্কত কলিকতা, সম্বলপুৰ, বৰোদা আদি ভাৰতৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিছিল, কিন্তু মাতৃ-ভূমিতে তেওঁ শেহ জীৱন ত্যাগ কৰে।

১৯৩৮ চনৰ ২৬ মাৰ্চ্চ তাৰিখে ডিব্ৰুগড়ৰ জোঁৱায়েকৰ ঘৰতে অসমীয়া সাহিত্য আৰু অসমীয়া জাতিক কন্দুৱাই বেজবৰুৱাই ইহ-লীলা ত্যাগ কৰে। বেজবৰুৱাৰ মৃত্যুত অসমীয়াৰ বিশেষ জাতীয় ক্ষতি হ'ল। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে বেজবৰুৱাৰ পৰলোক প্ৰাপ্তিত তলত দিয়া বাণী পঠায়।—

"ভারতবর্ষের প্রত্যেক প্রদেশে তাহার আপন ভাষার পূর্ণ ঐশ্বর্য্য উদ্ভাসিত হইলে তবেই পরস্পরের মধ্যে নিজের শ্রেষ্ঠ অর্ঘ্যের দান-প্রতিদান সার্থক হইতে পারিবে এবং সেই উপলক্ষেই শ্রদ্ধা-সমন্বিত ঐক্যের সেতু প্রতিষ্ঠিত হইবে। লক্ষ্মীনাথ বেজবরুয়ার জীবনে এই সাধনা স্বতন্ত্রিত ছিল। মৃত্যুর মধ্যে দিয়া তাহার এই প্রভাব বল লাভ করুক এই কামনা করি।"

—রবীন্দ্রনাথ ঠাকুর
উত্তরায়ণ, শান্তিনিকেতন, বেঙ্গল।

# সুকবি চন্দ্ৰকুমাৰ

"সুন্দৰৰ আৰাধনা জীৱনৰ খেল।"

—চন্দ্ৰকুমাৰ

স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালা অসমৰ প্ৰথম শ্ৰেণীৰ শিল্প-ব্যৱসায়ী আৰু সুকবিসকলৰ ভিতৰৰ এজন। এওঁ বিখ্যাত আগৰৱালা-পৰিয়ালৰ ৺হৰিবিলাস আগৰৱালাৰ মাজু পুতেক আছিল। ইং ১৮৬৭ চনৰ ২৮ নবেম্বৰ তাৰিখে কলংপুৰ মৌজাৰ ব্ৰহ্মজানত তেওঁৰ জন্ম হয়। দেউতাক হৰিবিলাস অসমৰ এজন আঢ্যৱন্ত ব্যৱসায়ী লোক আছিল। চন্দ্ৰকুমাৰ সৰুৰেপৰা লাহ-বিলাহত উঠে। কিন্তু পিচত অতি সাধাৰণ ধৰণৰ পোছাক-পৰিচ্ছদ পিন্ধি সাধাৰণ লোকৰ দৰে জীৱন কটায়। ছাত্ৰ অৱস্থাত তেওঁ মেধাবী ছাত্ৰ নাছিল। কিন্তু তীক্ষ্ণ বুদ্ধি, সাহিত্যৰ প্ৰতি ৰাপ আৰু স্বাধীন ভাবত তেতিয়াৰেপৰা তেওঁৰ বিশেষ পৰিচয় পোৱা গৈছিল। কোনো অসুবিধা নোপোৱা সত্বেও চন্দ্ৰকুমাৰে বি-এ মহলাত উঠিব নোৱাৰিলে। আগৰৱালা পৰিয়ালৰ এজন বা দুজনত বাহিৰে ৰজা-ঘৰীয়া বৃত্তি লোৱা লোক কোনো নাছিল। ছাত্ৰ-জীৱনৰ পিচত তেওঁ কলিকতাত দেউতাকৰ লগত থাকি কাৰবাৰত যোগ দিয়ে।

অসমীয়া সাহিত্যত চন্দ্ৰকুমাৰৰ দান অসাধাৰণ। তেওঁ অসমীয়া ভাষাত ঢেৰ কিতাপ লিখি সাহিত্যৰ কলেবৰ বঢ়োৱা বিধৰ মাতৃ-ভাষাৰ সেৱক নাছিল। তেওঁ অসমীয়া ভাষাৰ বাছকবনীয়া পুথি ছপাই বা অসমীয়া লিখাৰুক ছপাবৰ সুবিধা দি মাতৃ-ভাষাৰ আশাতীত সেৱা

কৰিছিল। যেতিয়া অসমীয়া ভাষা-সাহিত্য বিজাতৰীয়া ভাষা-সাহিত্যৰ হেঁচাত পেপুৱা লাগিছিল তেতিয়া এইজনা লোকেই ১৮৬৭ চনত "জোনাকী" নামৰ আলোচনী প্ৰকাশ কৰি, কেবাগৰাকী আধুনিক সাহিত্য-সেৱীক কলম ধৰিবলৈ সুযোগ দিছিল। আগৰৱালাৰ প্ৰতি-ষ্ঠিত "জোনাকী" সাহিত্যৰ প্ৰথম গান-শালি আছিল। এই



৺চন্দ্ৰকুমাৰ আগৰৱালা

কাকতখনেই আমাৰ ভাষা আৰু সাহিত্যৰ যুগান্তৰ আনে। উনৈশ শতিকাৰ শেহভাগত যিসকল প্ৰৱম্ভুৱা অসমীয়া লোকে অসমীয়া সাহিত্য চৰ্চ্চা কৰিব পাৰিছিল তাৰ মূলত আছিল চন্দ্ৰকুমাৰৰ "জোনাকী"।

সেই সময়ত "জোনাকী"য়ে বস্তিৰ যোগাৰ নধৰা হলে সেই যুগৰ সাহিত্য-সেৱীসকলে হয়তো আন্ধাৰত পথ হেৰুৱালেহেঁতেন। ইয়াৰ উপৰিও অসমীয়া বৈষ্ণৱ সাহিত্য' 'কীৰ্ত্তন", "দশম" আদি প্ৰথমে প্ৰকাশ কৰিছিল চন্দ্ৰকুমাৰে। তেওঁৰ প্ৰতিষ্ঠিত 'আসাম প্ৰিন্টাৰ্চ এণ্ড পাব্লিচাৰ্চ লিঃ' নামৰ যৌথ কোম্পানীয়ে পুথি-লিখাৰুসকলক যি সুবিধা দিছিল সি দৰাচলতে প্ৰশংসনীয়। এই ছপাখানাৰ জৰীয়তে অসমৰ জাতীয়তাবাদী বাতৰি কাকত "অসমীয়া"ই ১৯১৮ চনৰ পৰা দেশসেৱা কৰি আহিছে। কংগ্ৰেছৰ বাণী প্ৰচাৰ হোৱাত "অসমীয়া" কাকতে যি সাহায্য কৰি আহিছে, তাক কোনো জাতীয়তা-বাদী লোকে অস্বীকাৰ কৰিব নোৱাৰে। এই কাকতখন প্ৰথমতে সাদিনীয়াৰূপে প্ৰকাশ হয়; কিন্তু ১৯৩০ চনত ই তিনিদিনীয়াত পৰিণত হয়। পিচত এইখন 'দৈনিক অসমীয়া'ত ৰূপায়িত হয়। কিন্তু দৈনিক প্ৰকাশ বন্ধ হৈ সাদিনীয়াৰূপে থাকে। "বাঁহী" আলোচনীখনো শেহৰ প্ৰায় পোন্ধৰ বছৰ কাল তেওঁৰ ছপাখানাতে ছপা হৈ সাহিত্যৰ যোগান ধৰিছিল। অসমীয়া ভাষা আৰু জাতীয় জীৱনত "অসমীয়া" আৰু "বাঁহী"ৰ সেৱা কোনে পাহৰিব পাৰে?

ব্যৱসায়ী বুদ্ধিত চন্দ্ৰকুমাৰ অদ্বিতীয় আছিল; কিন্তু সেই বুলি সাহিত্যৰ প্ৰতিভাতো তেওঁ যে অগ্ৰগণি নাছিল, এনে নহয়। চন্দ্ৰ-কুমাৰে নানাতৰহৰ গল্প আৰু কবিতা লিখিছিল। সুধী-সমাজে তেওঁক সুকবি বুলি জানিছিল। কবি হিচাপে তেওঁ কল্পনাৰ প্ৰকৃত ৰূপ আৰু শিৱ-সত্য-সুন্দৰৰ বাণী প্ৰচাৰ কৰিছিল। তেওঁৰ কবিতাবোৰ মৌলিক। তেওঁৰ প্ৰণীত 'প্ৰতিমা', 'বীণ-বৰাগী'ৰ নিচিনা অসমীয়া ভাষাত মৌলিক কবিতাৰ পুথিৰ সংখ্যা তাকৰ। চন্দ্ৰকুমাৰৰ জীৱনৰ আন এটা বৈশিষ্ট্য আছিল এই যে তেওঁ বহুতৰ দৰে নাম-প্ৰকাশ ভাল নাপাইছিল। প্ৰকাশ, 'প্ৰতিমা'ৰ খনিকৰক অসম সাহিত্য সভাৰ সভাপতি পদ লবলৈ কেবাবাৰো অনুৰোধ কৰা হৈছিল; কিন্তু

# দেশভক্ত তৰুণৰাম

"শিক্ষাৰ উদ্দেশ্য মন প্ৰশস্ত কৰা, চিন্তাশক্তি বঢ়োৱা, শিক্ষাৰ্থীক নব ভাব দি ভবিষ্যত জীৱন-যুদ্ধত দেশৰ আৰু জগতৰ কল্যাণ সাধনত সৰ্ব্বপ্ৰকাৰে যোগ্যবান কৰা।"

—তৰুণৰাম

অসমৰ গাৱেঁ-ভূঞে চুকে-কোণে লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ীয়ে অসমৰ যি কেইজন কৃতী সন্তানৰ নাম জানিছিল, সেই সকলৰ ভিতৰত স্বৰ্গীয় দেশভক্ত তৰুণৰাম ফুকন আছিল অগ্ৰগণ্য। প্ৰাগজ্যোতিষপুৰৰ পুৰণি আৰু সম্ভ্ৰান্ত বংশত জন্ম গ্ৰহণ কৰি, লৰাকালৰেপৰা ৰাজপুত্ৰৰ দৰে ডাঙৰ-দীঘল হৈ দেশৰ কাৰণে, দহৰ কাৰণে সৰ্ব্বস্ব ত্যাগ কৰি ফুকনদেৱে দেশবাসীৰ আগত যি অনুপম আৰ্হি দেখুৱাই গ'ল, সি অসম থাকে মানে অসমৰ হাবি-বননিতো প্ৰতিধ্বনিত হব ই ধ্ৰুপ।

১৭৯৯ শকৰ ৮ মাঘৰ দিনা গুৱাহাটীত তৰুণৰাম ফুকনৰ জন্ম হয়। বাপেকৰ নাম ৺বলৰাম ফুকন আৰু মাকৰ নাম ৺ভাগীৰথী ফুকননী। ফুকন-পৰিয়ালটো অসমৰ ইতিহাস-প্ৰসিদ্ধ পৰিয়াল। গুৰিতে এওঁলোক উজনি অসমৰ লোক আছিল; পিচত আহোম ৰজাৰ দিনত ৰজাঘৰীয়া বৃত্তি সম্পৰ্কত ভটীয়াই আহি কামৰূপত নিগাজীকৈ বসতি কৰে। এওঁলোকক গুৱাহাটীৰ খাৰঘৰীয়া ফুকন বুলিছিল। তৰুণ ফুকন স্বৰ্গীয় আনন্দৰাম ঢেকীয়াল ফুকনৰ নিজা ভতিজাক। তৰুণৰাম বাপেকৰ চাৰি পুত্ৰৰ কনিষ্ঠ পুত্ৰ আছিল।

বাপেক বিজনী ৰজাৰ দেৱান আছিল আৰু হাতীৰ মহল ৰাখি হাতীৰ কাৰবাৰ কৰিছিল। বাপেক বলৰাম এজন পাকৈত চিকাৰীও আছিল।



দেশভক্ত ৺তৰুণৰাম ফুকন

১৮১৪ শকত ১৫ বছৰ বয়সত তৰুণৰামে গুৱাহাটী কলেজিয়েট স্কুলৰ পৰা এন্ট্ৰেঞ্চ পাচ কৰে। তাৰ পিচত কলিকতালৈ গৈ ইডেন হোষ্টেলত থাকি প্ৰেচিডেঞ্চী কলেজত ভৰ্ত্তি হয়। কলিকতাত থকা কালত বঙ্গদেশৰ সম্ভ্ৰান্ত বংশৰ কেবাজনো ছাত্ৰবন্ধুৰ লগত তেওঁৰ মিতিৰালি হয়। ফুকন বুদ্ধিমান, সদালাপী, প্ৰিয়ভাষী আৰু ৰসবাগীশ আছিল। তাৰ ফলতেই তেওঁ বঙ্গীয় ডাঙৰ ডাঙৰ বন্ধুৰ লগত ঘনিষ্ঠ সম্বন্ধ কৰিব পাৰিছিল। ছাত্ৰ-জীৱনৰেপৰা ফুকন পিন্ধা-উৰা, কথা-বাৰ্ত্তা, ফুৰা-চকা সকলোতে চৌখীন আছিল।

তেওঁ এইবোৰত বৰ লনি লগা আছিল; দেখিবলৈও ফুকন সুশ্ৰী আৰু গম্ভীৰ পুৰুষ আছিল। বাইচাইকেল ওলাবৰ তেতিয়াও বেছি দিন হোৱা নাছিল। আনকি কলিকতাহেন ডাঙৰ নগৰীতো বাই-চাইকেলৰ সংখ্যা সৰহ নাছিল। কিন্তু আমাৰ ফুকনে বাইচাইকেল কিনি কলিকতাতে চাইকেলত ফুৰিছিল। গুৱাহাটীলৈ আহিও চাইকেলত ফুৰিছিল। তেৱেঁই অসমীয়াৰ ভিতৰত প্ৰথম চাইকেলত উঠোঁতা।

ফুকনে বি-এ পৰীক্ষা নিদিয়াকৈ নিজ বুদ্ধিৰে অৰ্থ সংগ্ৰহ কৰি বিলাতলৈ বেৰিষ্টাৰী পঢ়িবলৈ যায়। বিলাতত জাক-জমকেৰে থাকি যথাসময়ত বেৰিষ্টাৰী পাছ কৰি নিজ দেশলৈ প্ৰত্যাবৰ্ত্তন কৰে। ফুকন অসমীয়াৰ ভিতৰত তৃতীয় বাৰিষ্টাৰ। বিলাতৰপৰা আহি তেওঁ কলিকতাত ওকালতি আৰম্ভ কৰে। নিজৰ তীক্ষ্ণ বুদ্ধি, শাৰীৰিক প্ৰিয়দৰ্শন আৰু কৰ্ম্মসাফল্যৰ গুণত তাত যথেষ্ট সুনাম অৰ্জ্জন কৰে। প্ৰকাশ, কবি-গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে ফুকনক তেখেতৰ ছোৱালী বিয়া দিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল; কিন্তু ফুকনদেৱে সসন্মানে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰে।

কলিকতাত কিছুদিন থকাৰ পিচত গুৱাহাটীলৈ আহি ফুকনে ওকালতি আৰম্ভ কৰে। তেওঁ আহি নতুনকৈ স্থাপিত আৰ্ল ল কলেজৰ লেক্‌চাৰাৰ পদত নিযুক্ত হয়। ফুকনে যদিও ওকালতি ব্যৱসায়ত যথেষ্ট ধন ঘটিছিল, তথাপি তেওঁ ধনৰ বাহি কৰিব নোৱা-ৰিছিল। তেওঁ ডেকা কালৰপৰা আমোদপ্ৰিয়, বিলাসপ্ৰিয় আৰু জনপ্ৰিয় আছিল।

তৰুণৰাম ফুকনৰ জীৱনটো বিশেষভাৱে কৰ্ম্মবহুল আছিল। কি সাহিত্য, কি ৰাজনীতি, কি সমাজনীতি সকলোতে তেওঁ অগ্ৰগামী আছিল। ইয়াৰ উপৰিও তেওঁ এজন ভাল চিকাৰী বুলি জনাজাত।

অসমৰ ৰাজনীতিয়ে আজি যি অৱস্থা পাইছেহি, তাৰ কাৰণে তৰুণ ফুকনে কম কৰা নাছিল। তেখেতে ছাত্ৰ অৱস্থাৰ পৰাই অৰ্থাৎ কলিকতাত ১৮৯৬ চনতে কংগ্ৰেছত যোগ দিয়ে। গুৱাহাটীলৈ আহি সেই সুযোগ হেৰুৱালে। ১৯২০ চনত যেতিয়া মহাত্মা গান্ধী অসমলৈ কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰিবলৈ আহি ফুকনদেৱৰ ঘৰত অতিথি থাকেহি, তেতিয়াৰেপৰা ফুকনে একাণপতীয়াকৈ ৰাজনীতিত যোগ দিয়া বুলি কব পাৰি। ১৯২০-২১ চনত অসমত অসহযোগ আন্দোলনৰ কৃতকাৰ্য্যতাৰ মূল কাৰণ আছিল তৰুণ ফুকন আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱ। ১৯২৬ চনৰ কংগ্ৰেছৰ পাণ্ডু অধিবেশন সম্পাদনত ফুকনে তেখেতৰ ব্যাক্তিত্ব আৰু কাৰ্য্যকুশলতাৰ পৰিচয় দিছিল। এইটোও মন কৰিবলগীয়া যে এই কাৰ্য্যত তেখেতৰ অশেষ আৰ্থিক ক্ষতি হৈছিল। ১৯১৭ চনত অসমৰ শাসন-সংস্কাৰ সংক্ৰান্ত কাৰ্য্যোপলক্ষে অসমৰ যি সজাতী দল গৈছিল, তাত ফুকনে নিজৰ সৎসাহৰ পৰিচয় দিছিল। স্বৰ্গীয় মতিলাল নেহৰু, দেশবন্ধু চিত্তৰঞ্জন দাস প্ৰমুখ্যে সৰ্ব্বভাৰতীয় নেতাসকলৰ লগত স্বৰাজ্য-দলত যোগ দি তেওঁ অসমৰ নাম ভাৰতত প্ৰচাৰ কৰিছিল। তাৰ পিচত অসমৰ প্ৰতিনিধি হিচাপে ভাৰতীয় ব্যৱস্থা পৰিষদত কেবা বছৰ কাল আছিল। তেখেতে পৰিষদত সুদীৰ্ঘ বক্তৃতা নিদিছিল সঁচা; কিন্তু আঁৰে আঁৰে থাকি ৰাজনীতিৰ কুটিলতাত তেওঁ বৰ সিদ্ধহস্ত আছিল।

ফুকনৰ ৰাজনৈতিক জীৱনৰ শেহৰ কেইবছৰ কাল হৰ্ষ-বিষাদৰ। কালৰ পাক-চক্ৰত পৰি কিছুদিনৰ কাৰণে তেওঁ কংগ্ৰেছৰপৰা আঁতৰি গৈছিল। কিন্তু পিচত আকৌ কংগ্ৰেছত যোগ দিয়েহি। ফুকনে আশাশুধীয়াভাবে ৰাজনীতিত থকা হলে তেখেতে মৃত্যুৰ আগতে ভাৰতীয় কংগ্ৰেছ মহাসভাৰ ৰাষ্ট্ৰপতিৰ আসন শোভা কৰিলেহেঁতেন,

তাক একৰকম নিশ্চিত বুলি কব পাৰি। কিন্তু অসমৰ দুৰ্ভাগ্যবশতঃ ফুকনদেৱ সৰ্ব্বভাৰতীয় নেতৃত্বৰ কাৰণে আৱশ্যকীয় সকলো গুণ-সম্পন্ন পুৰুষ হৈও, তাৰপৰা বঞ্চিত হব লগাত পৰিছিল ।

সাহিত্যক্ষেত্ৰতো তৰুণৰাম ফুকনৰ নাম বিশেষ উল্লেখযোগ্য। তেখেত এজন সুৰুচিপূৰ্ণ সাহিত্যিক আছিল। তেখেতৰ চিকাৰ কাহিনী আৰু খণ্ড-কবিতাবোৰে অসমীয়া সাহিত্য যে চহকী কৰিছে তাত সন্দেহ নাই। ফুকনে জেলত থকা অৱস্থাতো সাহিত্য চৰ্চ্চা কৰি কবিতা-পুথি লিখিছিল। ফুকনৰ আৰু এটি বিশেষত্ব আছিল যে তেখেতৰ বঙালী, উৰিয়া, হিন্দী, সংস্কৃত, পাৰ্চ্চী, উৰ্দ্দু আদি সকলো ভাষা আৰু সাহিত্যত যথেষ্ট জ্ঞান আছিল। তেখেতে আলাপ-আলোচনা প্ৰসঙ্গতো সংস্কৃত পণ্ডিতৰ লগত কালিদাসৰ কাব্যৰ শ্লোক মাতি, উৰ্দ্দু পণ্ডিতৰ লগত কোৰাণৰ শ্লোক মাতি লোকক মোহিত কৰিছিল ।

তৰুণ ফুকনৰ নিচিনা এজন সুবক্তা অসমত বিৰল। প্ৰথম শ্ৰেণীৰ ভাৰতীয় সুবক্তাসকলৰ মাজতো ফুকন এজন লেখত লব-লগীয়া। তেখেতৰ বক্তৃতাবোৰ আছিল পাণ্ডিত্যপূৰ্ণ আৰু ৰসাল। অসমীয়া, বঙালী, হিন্দী, ইংৰাজী আদি সকলো প্ৰধান ভাষাবোৰত তেখেতে বক্তৃতা দি শ্ৰোতাবৰ্গৰ মন আকৰ্ষণ কৰিব পাৰিছিল। তদুপৰি গাৱঁলীয়া ভাষাৰে বক্তৃতা দি গাৱঁলীয়াক, জনজাতীয় ভাষাৰে পৰ্ব্বতীয়া লোকক তেওঁ সন্তুষ্ট আৰু নিজৰ ফলীয়া কৰিব পাৰিছিল। এইবিলাকে তেওঁৰ বাগ্মিতাৰ পৰিচয় দিছিল ।

হাতীধৰা, বাঘমৰা, বৰশীৰে মাছধৰা, নাওখেলা আদি ফুকনৰ দৈনন্দিন জীৱনৰ লগৰীয়া আছিল। তেখেতৰ নিচিনা সাহসী চিকাৰী অসমত অতি কমহে পোৱা যায়। ফুকনে চিকাৰত বাঘ

বা বলিয়া হাতী মাৰিয়েই তৃপ্তি নেপাইছিল ; তেওঁ চিকাৰত হোৱা সেই ঘটনাৱলী বৰ্ণাই আমোদজনক কাহিনী লিখি অসমীয়া আলোচনীৰ কলেবৰ বৃদ্ধি কৰিহে বেছি ৰং পাইছিল। এইবোৰ বিষয়ত ফুকনৰ সহচৰ আছিল অসমৰ মুখীয়াল জমিদাৰ আৰু চাহাবসকল। এই-বোৰৰ মাজেদি ফুকনে আনন্দ উপভোগ কৰিছিল আৰু জীৱনৰ ঘাত-প্ৰতিঘাতৰ মাজতো নিজৰ চিত্ত প্ৰফুল্ল ৰাখিছিল। সেই কাৰণে তেওঁক চিৰ-আনন্দময় বুলি কব পাৰি। ইংৰাজী ভাষাত এওঁক এজন ভাল Sportsman বুলিব পাৰি। তেওঁ নিজৰ স্ত্ৰী, জী-জোঁৱাই, ভাই-ককাইক অকালতে হেৰুৱায়ো কেতিয়াও হতাশ নহৈ-ছিল। আনকো তেওঁ বিপদত হতাশ হৈ ধৈৰ্য্য এৰিবলৈ নিদিছিল। বিপদগ্ৰস্ত আৰু উপায়হীন মানুহক সদুপদেশ দিয়া নাইবা সুবুদ্ধিৰে বিপদৰ পৰা সৰোৱা ফুকনৰ জীৱনৰ আন এটা বৈশিষ্ট্য। ফুকনৰ আনৰ লগত মিলাপ্ৰীতি আৰু ঘনিষ্ঠতা মন কৰিবলগীয়া। সকলো জাতৰ, সকলো ধৰ্মৰ মানুহে ফুকনৰ লগত বন্ধু হৈ ৰং পাইছিল আৰু নিজক কৃতাৰ্থ মানিছিল। ইও তেখেতৰ ব্যক্তিত্বৰ পৰিচয় দিছিল।

তৰুণ ফুকনক কিছুমানে যোগী বুলি কৈছিল ; কিছুমানে ভোগী বুলিছিল। দৰাচলতে ফুকন যোগী-ভোগী দুয়োটাই আছিল। তেখেতে অৰ্থোপাৰ্জ্জন কৰিছিল প্ৰচুৰৰূপে আৰু সেই হিচাপে বিলাস আৰু সুখ-সম্ভোগৰ মাজেদিয়েই জীৱনৰ এডোখৰ কাল কটাইছিল। আন-হাতে দেশসেৱাত লগা কালডোখৰত আৰ্থিক দুৰৱস্থাত পৰি যোগীৰ জীৱন অতিবাহিত কৰিছিল। সেইদেখি কথাপ্ৰসঙ্গত এদিন তেখেতে এজন বন্ধুক কৈছিল "তইঁতে ভাব যে মই টকা খৰচ কৰোঁ আৰু টকা নহলে চলিব নোৱাৰোঁ। মোৰ লগত কেৰ মাৰি চলচোন। তইঁতক টকা দিলেও খৰচ কৰিব নোৱাৰ আৰু নহলেও নাই নাই

কৰ ? মোৰ টকা থাকিলে খৰচ হয়, নহলেও চলে।" তেখেতৰ ঘৰুৱা জীৱনলৈ চালে আন্তৰিক মহত্ত্ব আৰু বিষয়-বৈৰাগ্যৰ চিন পোৱা যায়। তেখেতৰ জনপ্ৰিয়তাৰ ইও এটি কাৰণ আছিল।

ফুকনদেৱ সকলো শ্ৰেণীৰ মানুহৰ প্ৰিয়পাত্ৰ আছিল। কংগ্ৰেছৰ বাহিৰেও অসম সাহিত্যসভা, অসম ছাত্ৰ-সন্মিলন. মহিলা-সভা, ৰায়ত-সভা আদিৰ সভাপতিৰ আসন গ্ৰহণ কৰি তেখেতে বহুমুখী প্ৰতিভাৰ পৰিচয় দিছিল। ফুকনে যে কংগ্ৰেছৰ নিচিনা ভাৰতৰ জাতীয়তাবাদী অনুষ্ঠানৰ সংস্পৰ্শত থাকি অসমৰ স্বকীয়া সমস্যা আৰু সংৰক্ষণনীতি পাহৰিছিল এনে নহয়, তেখেতে কাগজে-পত্ৰে অসমৰ অৱস্থা বিশ্লেষণ কৰি দেশক কৰ্ত্তব্যৰ পথ দেখুৱাইছিল।

তৰুণৰাম ফুকনৰ মৃত্যু বৰ আকস্মিক। ১৯৩৯ চনৰ ২৮ জুলাই তাৰিখে তেখেত হঠাৎ গুৱাহাটীৰ ভৰলুমুখৰ নিজা ঘৰত পৰলোক গমন কৰে। তেখেত কোনো বেমাৰত ভোগা নাছিল। মৃত্যুৰ দুই কি তিনি দিন আগতে তেখেতৰ অলপ পানী লগা গা অসুখ হৈছিল। আবেলি প্ৰায় পাঁচমান বজাত গা ধোৱা কোঁঠালীলৈ গা ধুবলৈ যাওঁতে তাতে পৰি হৃদযন্ত্ৰ বন্ধ হৈ তেখেতৰ মৃত্যু ঘটে। ফুকনৰ মৃত্যুৰ বাতৰি অসমৰ চাৰিওফালে বিজুলীৰ দৰে বিয়পি পৰিছিল। গুৱাহাটীৰ অসংখ্য লোকে তেওঁৰ মৃতদেহ লৈ নগৰত শোভা-যাত্ৰা কৰাৰ পাচত কামাখ্যাৰ শ্মশানত ফুকনৰ অন্ত্যেষ্টি-ক্ৰিয়া সম্পন্ন হয়। দেশভক্ত ফুকনৰ মৃত্যুৰ বাতৰি পাই ডাঃ ৰাজেন্দ্ৰ প্ৰসাদে লিখিছিল, "ফুকনৰ মৃত্যুৰ বাতৰি পাই মৰ্ম্মাহত হৈছোঁ। সেই তাহানিৰ অসহযোগ আন্দোলনৰ দিনৰপৰাই মই তেওঁক জানিবলৈ সুযোগ পাইছিলোঁ। তেওঁ এজন সাহসী আৰু সুনিপুণ যোদ্ধা আছিল আৰু দেশৰ কাৰণে বিত্তৰ ত্যাগ কৰিছিল। তেওঁ প্ৰদেশৰ অবিসম্বাদী নেতা

আছিল। যদিও শেহৰ কালডোখৰত সহকৰ্ম্মীসকলৰ লগত মত-বিৰোধ হৈ অৱসৰীয়াকৈ জীৱন যাপন কৰিছিল, তথাপি দেশকৰ্ম্মী আৰু প্ৰসিদ্ধ নেতা হিচাপে তেওঁৰ স্থান অকণো কমা নাছিল। এই সন্ধিক্ষণত তেওঁৰ মৃত্যু এটা ডাঙৰ ক্ষতি।"



# কাব্য-সাহিত্যিক হিতেশ্বৰ

"স্বদেশৰ স্বাধীনতা তাৰ অৰ্থ যিটো
জীৱন উচৰ্গা কৰি মৰে সমৰত
মৃত্যু তাৰ হয় শান্তি, মহানিদ্ৰা তাৰ
অনন্ত বিশ্ৰাম মাথো, বিশ্ব জননীৰ
কোলাত, শান্তিৰে ভৰা ) অগ্নি তাৰ কাষে—
সুধাংশুৰ ৰশ্মি যেন, ভূমিশয্যা তাৰ
ফুলৰ কোমল শয্যা, শেল-শূল কাঁড়
মাথো পুষ্প বৰিষণ।"

—হিতেশ্বৰ

হিতেশ্বৰ বৰবৰুৱা ১৭৯৯ শকৰ পুহ মাহত যোৰহাট নগৰৰপৰা দুমাইলমান দূৰৈত সৰুচৰাইবাহী নামে ঠাইত জন্ম গ্ৰহণ কৰিছিল। বাপেকৰ নাম ৺চিকৌ গগৈ বৰবৰুৱা। এওঁৰ আৰ্থিক অৱস্থা সমুস্নি ভাল নাছিল। সেই কাৰণে হিতেশ্বৰ উচ্চ শিক্ষাৰপৰা বঞ্চিত হৈছিল। অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰথম শ্ৰেণীৰ লোকসকলৰ ভিতৰত সম্ভৱতঃ এওঁৰেই কম শিক্ষিত আছিল। তেওঁ ইংৰাজী স্কুলৰ প্ৰথম মানলৈ উঠাৰ পিচতেই পঢ়া বিসৰ্জ্জন দিব লগা হয়। তাৰ পিচত চাহবাগিচা এখনত সাধাৰণ কেৰাণী পদ এটা লৈ জীৱন যাপন কৰে।

ছাত্ৰ অৱস্থাত হিতেশ্বৰৰ মেধাশক্তিৰ কোনো বিশেষ পৰিচয় পোৱা নগৈছিল। কিন্তু সাহিত্যৰ প্ৰতি তেওঁৰ এটা সাধাৰণ প্ৰীতি

আছিল। স্কুলীয়া পাঠ্যপুথিতকৈ "বাহিৰা" কিতাপত তেওঁ বেছি মনোযোগ দিছিল। এই বিষয়ে তেওঁ নিজেই লিখিছিল, "...ছাত্র অৱস্থাত মোৰ "বাহিৰা" কিতাপ পঢ়াত বৰ ধাউতি আছিল। স্কুলৰ লাইব্রেৰীৰ পৰা মাজে মাজে কিতাপবিলাক আনি পঢ়োঁহি। লাই-ব্ৰেৰীত ইংৰাজ লিখকৰ Poem দেখি (আৰু বুজিব পৰাই নোৱাৰাই পঢ়ি) Poet হবলৈ এটা ডাঙৰ আকাঙ্ক্ষাই মোৰ মনত বৰকৈ ঠাই লৈছিল; আৰু মাজে-সময়ে মোৰ সহপাঠী বন্ধুসকলৰ আগত সেই আকাঙ্ক্ষাৰ কথা প্ৰকাশো কৰিছিলোঁ।" মানুহৰ ইচ্ছা আৰু আগ্ৰহ থাকিলে নিজ উদ্দেশ্যত সিদ্ধি লাভ কৰা অসম্ভৱ নহয়। হিতেশ্বৰৰ কবি হবলৈ ইচ্ছা আছিল গুণেই তেওঁ অসমীয়া ভাষাৰ কাব্যত সাফল্য লাভ কৰিছিল।

এই সময়ত আছিল 'জোনাকী' আৰু "বিজুলী'ৰ তিৰবিৰণি। অসমৰ শিক্ষিত ডেকাসকল মাতৃভাষাৰ পূজাত বৰ ব্যস্ত আছিল। হিতেশ্বৰেও এই সেৱাত মনোনিবেশ কৰিছিল। তেওঁ আন আন লিখকৰ নিচিনা সাধাৰণ কবিতা, গল্প নাইবা উপন্যাস নিলিখি কাব্য-সাহিত্যৰ চৰ্চ্চা কৰে আৰু লিখিবলৈও আৰম্ভ কৰে। তেওঁ তেওঁৰ বন্ধু সাহিত্যিকসকলৰ লগত এই বিষয়ে বিশদ আলোচনা কৰিছিল। বন্ধুসকলে আলোচনা-প্ৰসঙ্গত কৈছিল যে অসমীয়া ভাষাত কাব্য লিখিব পৰা সম্ভৱ নহয়। ইয়াৰ উত্তৰত বৰুৱাই কৈছিল যে যত্নৰ অসাধ্য একো নাই। চেষ্টা কৰিলে আন আন ভাষাৰ দৰে অসমীয়া ভাষাতো উচচ ধৰণৰ কাব্য ৰচনা হব পাৰে। সঁচাকৈয়ে বৰবৰুৱাদেৱৰ এই কথা কামত প্ৰতিফলিত হোৱা দেখা গৈছিল। বৰুৱাদেৱে যিখিনি সাহিত্য-সম্ভাৰ অসমীয়া ভাষাত যোগান দিছে, সেইবোৰৰ বেছিভাগেই হৈছে কাব্য। গতিকে বৰবৰুৱা কাব্য-সাহিত্যিক বুলিয়েই অসমত জনাজাত।

বঙ্গদেশত যেনেকৈ মধুসূদন দত্তৰ কাব্যই বঙালী সাহিত্যত যুগান্তৰ আনে, সেইদৰে হিতেশ্বৰ বৰবৰুৱাৰ কাব্যয়ো অসমীয়া সাহিত্যত নতুন যুগ আনি ভাষা আৰু সাহিত্য চহকী কৰে। তেওঁৰ আগতে ৺ৰমাকান্ত চৌধুৰী আৰু ৺ভোলানাথ দাস—এই দুজনে অমিত্ৰাক্ষৰ ছন্দ আৰম্ভ কৰে। এওঁলোক বঙালী কাব্য-ৰচনাৰ দ্বাৰা বিশেষভাবে প্ৰভাৱান্বিত হোৱা দেখা গৈছিল. কিন্তু বৰবৰুৱাৰ কাব্যত সংস্কৃতমূলক বা বিজাতীয় প্ৰভাৱ দেখা নাযায়। অসমীয়া ভাষা, বিশেষকৈ সহজ আৰু সৰল গাৱঁলীয়া ভাষাহে, তেওঁ কাব্যত ব্যৱহাৰ কৰিছিল। মৌলিকতা আৰু বাস্তৱতা তেওঁৰ কবি-প্ৰতিভাৰ অন্যতম বিশেষত্ব।

বৰবৰুৱাই ১৯০২ চনৰপৰা কাব্য লিখিবলৈ আৰম্ভ কৰে। সেই চনত তেওঁ 'ঢোপাকলি' খণ্ডকাব্য; ১৯১২ চনত 'কমতাপুৰ ধ্বংস'; ১৯১৩ চনত 'বিৰহিণীৰ বিলাপ' আৰু 'তিৰুতাৰ আত্মদান' (জয়মতী কাব্য); ১৯১৪ চনত 'আভাস কাব্য' আৰু ১৯১৫ চনত 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' কাব্য লিখিছিল। বৰবৰুৱাদেৱ এজন সুনিপুণ ঔপন্যাসিকো আছিল। 'মালিতা' উপন্যাস তেওঁৰ প্ৰধান উপন্যাস। 'মালচ' আৰু 'চকুলো' তেওঁৰ দুখন চতুৰ্দ্দশী কবিতাৰ পুথি। 'অঙ্গিলা' আৰু 'ডেচডিমনা' নামৰ আন দুখন কাব্য-পুথিও তেওঁৰ। ইয়াৰ উপৰিও, তেওঁৰ কেবাখনো ৰচিত কাব্য অপ্ৰকাশিত হৈ আছে।

লিখকৰ কাব্যসমূহৰ বিষয়-বস্তু আছিল প্ৰধানতঃ বুৰঞ্জীমূলক। সেইবোৰত তেওঁ দেৱীবন্দনা, দেশপ্ৰেম আৰু বীৰত্বৰ বৰ্ণনা দি এনেদৰে সজাই-পৰাই উলিয়াইছিল যে কাব্য-পিপাসুসকলে হিতেশ্বৰৰ কাব্য পঢ়ি পৰম তৃপ্তি লভিছিল। তদুপৰি সেইবোৰে তেওঁৰ জাতীয় প্ৰেম আৰু প্ৰত্নতাত্ত্বিক ব্যুৎপত্তিৰ চিনাকি দিছিল। ইংৰাজ কবি মিল্টনৰ দৰে বৰবৰুৱায়ো তেওঁৰ কাব্যবোৰ দেৱীবন্দনাৰে আৰম্ভ কৰিছিল।

তেওঁ জীৱনত বহুত ঘাত-প্ৰতিঘাতৰ মাজেদি দিন নিয়াৰ লগাত পৰিছিল। পুত্ৰ-ভাৰ্য্যাৰ বিয়োগত তেওঁৰ মন মাজে-সময়ে ইমান অথীৰ হৈছিল যে তেওঁ কাব্য ৰচি তাতে শান্তি পাইছিল। হিতেশ্বৰ আজি আমাৰ মাজত নাই—আছে তেওঁৰ বাছকবনীয়া কাব্যকেইখনি।



# বুৰঞ্জীবিদ্ কনকলাল

অসমৰ বিখ্যাত বুৰঞ্জীবিদ্, প্ৰত্নতাত্ত্বিক আৰু সুসাহিত্যিক ৰায় বাহাদুৰ স্বৰ্গীয় কনকলাল বৰুৱা চি-আই-ই অসম আইৰ আন এজনা কৃতী সন্তান। যিসকল লোকে প্ৰায় গোটেই জীৱনটো চৰকাৰী চাকৰি কৰি দেশৰ কৃষ্টি, প্ৰত্নতত্ত্ব, সাহিত্য আৰু বুৰঞ্জী চৰ্চ্চা কৰি



বুৰঞ্জীবিদ্ কনকলাল বৰুৱা

অসমৰ সুনাম আৰ্জিছিল তেওঁবিলাকৰ ভিতৰত আছিল আন এজন ৰায় বাহাদুৰ কনকলাল বৰুৱা। তেখেতৰ বিয়োগত যে অসমৰ অপূৰণীয় ক্ষতি হৈছে তাক কোনোৱে নুই বুলিব নোৱাৰে।

কনকলাল বৰুৱাই ইংৰাজী ১৮৭২ চনৰ ১৬ ডিচেম্বৰত গুৱাহাটীত জন্ম গ্ৰহণ কৰে। দেউতাকৰ নাম ৺লক্ষ্মীলাল বৰুৱা। এই বৰুৱা-পৰিয়ালটো ভাটীৰ পৰা অহা কায়স্থ বংশৰ। এওঁলোকৰ আদি পুৰুষজনৰ নাম ৺পীতাম্বৰ ঘোষ। "ঘোষ" উপাধিটোকে উপলক্ষ্য কৰি বহুত বঙালী বুৰঞ্জীবিদে বৰুৱা ডাঙৰীয়াক বঙালী বুলি কৈছিল। কিন্তু বুৰঞ্জীবিদ্ বৰুৱা ডাঙৰীয়াই অসমৰ পুৰণি পাঁজি-পুথি খুচৰি দেখুৱালে যে 'ঘোষ', 'বসু', 'গুহ' আদি উপাধি কেৱল বঙালীয়েই যে লিখে এনে নহয়; ভাৰতৰ ভিন্ ভিন্ ঠাইত এই উপাধিবোৰ প্ৰচলিত আছিল। কাজেই বৰুৱাদেৱে তেওঁলোকৰ উপৰি পুৰুষ পীতাম্বৰ ঘোষক উত্তৰ ভাৰতৰ লোক বুলি বুৰঞ্জীৰ সাহাযেযে প্ৰতিপন্ন কৰিছিল। তেওঁ ইয়াকো প্ৰমাণ কৰিছিল যে কৌটিল্য, কুমাৰিলা ভট্ট আদি পণ্ডিতসকলৰো জন্মস্থান আছিল অসম।

উত্তৰ ভাৰতৰপৰা আহি উক্ত 'ঘোষ'-পৰিয়ালটো প্ৰথমতে শিৱসাগৰত আছিল। কিন্তু সেই সময়ৰ ৰজাঘৰীয়া কুচক্ৰত পৰি কনকলালৰ ককাদেউতাক দুতিৰাম বৰুৱা ভটীয়াই আহি গুৱাহাটীত বসতি কৰেহি। দুতিৰামৰ দুটি লৰা আছিল—প্ৰিয়লাল আৰু লক্ষ্মীলাল। ৺লক্ষ্মীলালৰ পুত্ৰ কনকলাল। লক্ষ্মীলালে মুন্সিফৰ কাম কৰিছিল। কনকলাল লৰা অৱস্থাত থাকোঁতেই তেওঁৰ পিতৃবিয়োগ হয়। সেই কাৰণে নানা অসুবিধাৰ মাজেদি তেওঁ ডাঙৰ-দীঘল হৈ শিক্ষা লাভ কৰিব লগাত পৰিছিল।

কনকলালে ১৮৮৯ চনত সুখ্যাতিৰে এণ্ট্ৰেঞ্চ পাছ কৰি কলিকতাত এফ-এ আৰু ১৮৯৩ চনত বি-এ পৰীক্ষা পাছ কৰে। তাৰ দুবছৰৰ পিচত যথাসময়ত বি-এল পৰীক্ষা পাছ কৰে। অলপ দিনৰ পিচত গুৱাহাটীত ওকালতি আৰম্ভ কৰেহি; কিন্তু সৰহ দিন নৌহওঁতেই ১৮৯৮ চনত ই-এ-চি কামত সোমায়। সেই দিন ধৰি বৰুৱাদেৱে কৰ্মবহুল জীৱন কটায়। আমাৰ বহুত লোকে চৰকাৰী

কামত সোমাই আন কামৰ ফালে পিঠি দিয়ে। কিন্তু বৰুৱা দেৱ এনে বিধৰ চাকৰিয়াল নাছিল। তেওঁ এহাতে যেনেকৈ চৰকাৰী কাম দক্ষতাৰে সম্পাদন কৰি ৰজাঘৰৰ সমাদৰ আৰু শলাগ পাইছিল, তেনেকৈ অসমৰ লুপ্ত প্ৰত্নতত্ত্ব আৰু বুৰঞ্জীৰ সম্পদবোৰ উদ্ধাৰ কৰি দেশবাসীৰ মৰম পাইছিল।

চৰকাৰৰ তলত বৰুৱাই কেবা বিভাগতো সুখ্যাতিৰে কাম কৰিছিল আৰু তাৰ ফলত ১৯১৬ চনত নববৰ্ষ উপলক্ষে ৰজাৰ উপাধি বিতৰণত ৰায় বাহাদুৰ খিতাপ পায়। চৰকাৰী কামৰ হেঁচা সত্বেও ১৯১৬ চনত চাৰ টমাচ হ'লাণ্ডৰ সভাপতিত্বত বহা ভাৰতৰ শিল্প-কমিচনৰ ( Royal Industrial Commission ) সভ্য নিৰ্ব্বাচিত হয়। ১৯২১-২২ চনত ভাৰতৰ বৰলাট লৰ্ড লিন্-লিথ্‌গোৰ সভাপতিত্বত গঠিত হোৱা কৃষি-কমিচনত (Indian Agricultural Commission) যোগ দি অসমৰ কৃষি আৰু বাণিজ্য সম্পদ সম্পৰ্কীয় সকলো কথা বুজাই দিছিল। বৰুৱাদেৱে অসমৰ শিল্পবিভাগৰ ডাইৰেক্টৰৰ পদ অস্থায়ীকৈ পিচত নিগাজিকৈ পূৰণ কৰি এই আৱশ্যকীয় বিভাগটোৰ জৰীয়তে দেশৰ পাৰ্য্যমানে উন্নতি কৰে। অসমীয়া পাট-পলুৰ পুনৰুদ্ধাৰ, শিল্প, দেশৰ কমাৰ-কুমাৰৰ ব্যৱসায় আৰু বাঢ়ৈ-বিদ্যাৰ উন্নতিৰ কাৰণে তেখেতৰ দিনত যোৰ-হাটত ব্যৱসায়ী-বিদ্যালয় (Technical School) স্থাপিত কৰি তেখেতে অসমৰ এটা অভাৱ পূৰণ কৰি থৈ যায়। প্ৰকাশ যে সেই অনুষ্ঠানৰ উন্নতিকল্পে জনৈক সদাশয় ভদ্ৰলোকৰ পৰা বৰুৱাদেৱে যথেষ্ট টকা আদায় কৰিছিল।

সুদীৰ্ঘকাল চৰকাৰী কাম কৰি ১৯২৭ চনত তেওঁ তাৰপৰা অৱসৰ লয়। কিন্তু ইমানতে তেওঁ কৰ্ম্মজীৱনৰ পৰা মেলানি মাগি এলেহুৱা জীৱন কটাবলৈ ভাল নাপাইছিল। সেইবাবে অলস ব্যৱ-

স্থাপক সভাৰ সভ্য নিৰ্ব্বাচিত হৈ প্ৰায় দহ বছৰ কাল মণ্টেগু-চেমচ্-ফ'ৰ্ড শাসন সংস্কাৰৰ তলত ১৯৩৭ চনলৈ মন্ত্ৰী হৈ থাকে। ৰাজনীতি ক্ষেত্ৰত বৰুৱাদেৱ উদাৰপন্থী আছিল। তেওঁ কংগ্ৰেছৰ নিচিনা জাতীয় উগ্ৰদলত যোগ নিদিছিল। তথাপি কংগ্ৰেছৰ বাহিৰত থাকিয়েই নিজ বুদ্ধি আৰু বিবেচনা অনুসৰি দেশৰ আৰু দহৰ সেৱা কৰিবলৈ পিচ হোঁহোঁকা নাছিল। ১৯৩৭ চনত বৰুৱাদেৱে C. I. E. (Companion of the Order of the Indian Empire) উপাধি পায়।

সাহিত্য ক্ষেত্ৰতো বৰুৱাদেৱৰ দান সাধাৰণ নাছিল। 'অসম বন্ধু', 'মৌ', 'জোনাকী' আদি পুৰণি আলোচনীবোৰত তেওঁ তত্ত্বমূলক কবিতা আৰু প্ৰবন্ধ লিখি সাহিত্য-সেৱা কৰিছিল। চৰকাৰী কামত থকা কালত সময় কটাবলৈ লঘু উপন্যাস পঢ়ি দিন কটাইছিল। গবেষণা আৰু অনুসন্ধানমূলক আলোচনী, বিশিষ্ট প্ৰত্নতাত্ত্বিক আৰু বুৰঞ্জীবিদ লোকসকলৰ কিতাপ পঢ়িছিল। এই চেষ্টাৰ একাগ্ৰতাৰ ফলত বৰুৱাদেৱে "কামৰূপৰ প্ৰাচীন ইতিহাস" ( The Early History of Kamrup ) নামৰ অমূল্য বুৰঞ্জী ইংৰাজী ভাষাত লিখি অসমৰ পৰম হিত সাধি গৈছে। এই পুথিখন বৰুৱাদেৱৰ অসমৰ সংস্কৃতি আৰু বুৰঞ্জীত এটা আপুৰুগীয়া দান বুলি কব পাৰি। ইয়াৰ উপৰিও তেওঁ অসম সাহিত্য সভা আৰু উক্ত সভাৰ বুৰঞ্জী বিভাগৰ সভাপতিৰ আসন গ্ৰহণ কৰি এই অনুষ্ঠানবোৰৰ উন্নতি কৰিবলৈ চেষ্টা কৰিছিল। বৰুৱাদেৱে এখন 'আত্মজীৱনী' লিখিবলৈ আৰম্ভ কৰিছিল। কিন্তু উক্ত পুথি শেহ নৌহওঁতেই বৰুৱাদেৱে সিপুৰীলৈ যাত্ৰা কৰে।

বৰুৱাদেৱৰ সম্পাদিত " "The Journal of the Assam Research Society" নামৰ আলোচনীখনে তেখেতৰ প্ৰত্নতাত্ত্বিক পাণ্ডিত্যৰ বিশেষ পৰিচয় দিছিল। এই আলোচনীখন ১৯১২

চনত গঠিত 'কামৰূপ অনুসন্ধান সমিতি'ৰ মুখ-পত্ৰ। সমিতিৰ জন্মৰেপৰা বৰুৱা তাৰ এজন বিশিষ্ট সভ্য আছিল আৰু ১৯২৮ চনৰপৰা মৃত্যুলৈকে তেওঁ এই সমিতিৰ সভাপতি আছিল। ১৯৩৩ চনৰপৰা উক্ত আলোচনীখনৰ সম্পাদনা কাম অতি সুচাৰুৰূপে আৰু পাণ্ডিত্যৰে কৰি আহিছিল। কামৰূপৰ প্ৰাচীন ইতিহাস আৰু এই আলোচনীৰ পাতত অসমৰ অন্ধকাৰ যুগৰ অৰ্থাৎ ষষ্ঠ শতিকাৰ পৰা নবম শতিকালৈ এই কালছোৱাৰ বুৰঞ্জী, ভূগোল, ৰাজনীতি, দৰ্শন, সমাজনীতি আৰু ধৰ্ম্মৰ বিষয় বহুত কথা বৰুৱাদেৱে পোহৰলৈ আনি যি অশেষ উপকাৰ কৰিছে, তাক কোনেও পাহৰিব নোৱাৰে।

বৰুৱাদেৱৰ অন্যতম প্ৰশংসনীয় আৰু চিৰস্মৰণীয় কাম গুৱাহাটীত স্থাপিত অসম ৰাজ্যিক যাদুঘৰ ( The Assam State Museum )। পুৰণি কামৰূপ ৰাজ্যৰ উচচ সভ্যতাৰ নিদৰ্শন, যেনে স্থাপত্য শিল্প, ভাস্কৰ্য্য আদি অসমৰ চুকে-কোণে, হাবিয়ে-পৰ্বতে সিচৰতি হৈ পৰি আছিল। এইবোৰ অমূল্য বস্তু ক্ৰমান্বয়ে লুপ্তপ্ৰায় হোৱা দেখি বৰুৱাদেৱে সেইবোৰ সঙ্কলন আৰু সংগ্ৰহ কৰি ভালদৰে এঠাইত সংৰক্ষিত কৰি ৰাখিবৰ উদ্দেশ্যে ১৯৩৪ চনত অসমত এটা যাদুঘৰ স্থাপন কৰিবলৈ সঙ্কল্প কৰে। তাৰ বাবে তেওঁ নিজে এখন আঁচনি তৈয়াৰ কৰি, ধন তুলি যাদুঘৰৰ সকলো বিষয়-বস্তু সংগ্ৰহ কৰিবলৈ প্ৰাণপণে চেষ্টা কৰে। তেওঁৰ আপ্ৰাণ চেষ্টাতেই ১৯৪০ চনত অসম মিউজিয়ামৰ কাম শেষ হয়। এই মিউজিয়াম উদ্বোধন উৎসৱত অসমৰ লাটবাহাদুৰ চাৰ ৰবাৰ্ট ৰীডে তেওঁৰ উদ্যমৰ প্ৰশংসা কৰিছিল। অসম মিউজিয়াম বৰুৱাদেৱৰ কৰ্ম্মশক্তিৰ কীৰ্ত্তিস্তম্ভ আৰু স্বদেশ-প্ৰীতিৰ নিদৰ্শন।

বৰুৱাদেৱৰ ইতিহাস-পাণ্ডিত্য অসমৰ বাহিৰতো জনাজাত আছিল। সেইবাবেই তেওঁক ভাৰত চৰকাৰে ১৯৩৯ চনত ভাৰতীয়

ঐতিহাসিক কমিচনৰ সদস্য ( The Indian Historical Commission) নিয়োগ কৰে। সেই বছৰৰ ডিচেম্বৰ মাহত কলিকতাত বহা কমিচনৰ অধিবেশনত তেওঁ যোগ দিবলৈ যায়। তেতিয়া তেওঁৰ শৰীৰ ভাল নাছিল। অসমৰ দুৰ্ভাগ্য যে বৰুৱাদেৱ আৰু দুনাই অসমলৈ ফিৰি নাহিল। ১৯৪০ চনৰ ৮ জানুৱাৰী তাৰিখে কলিকতা মহানগৰীত কেইদিনমান শাৰীৰিক অসুস্থতাৰ পিচত বৰুৱা-দেৱে চিৰকাললৈ এই সংসাৰৰপৰা বিদায় লয়।

# ঔপন্যাসিক ৰজনীকান্ত

"পৃথিবীত আচল ধৰ্ম্ম হৈছে কৰ্ত্তব্য পালন কৰা। তাৰ লগে লগে সত্য, সংযম, ধৈৰ্য্য, পৰোপকাৰ, দান, দয়া, স্বাৰ্থত্যাগ, পবিত্ৰতা, ক্ষমা, নম্ৰতা, বিনয়, সমাজ ৰক্ষাৰ্থে ন্যায় কৰ্ম্ম ইত্যাদি আচৰণ কৰা আৰু ঈশ্বৰত বিশ্বাস আৰু ভক্তি ৰখা।"

—ৰজনীকান্ত

১৮৬৭ চনৰ ২৪ নবেম্বৰ তাৰিখে ৰজনীকান্ত বৰদলৈয়ে গুৱাহাটীৰ চেনিকুঠীত জন্মগ্ৰহণ কৰে। এওঁৰ ককাদেউতাক অসমৰ কোন ঠাইৰ মানুহ আছিল তাক থিৰাংকৈ কব নোৱাৰি। খুব সম্ভৱ এই পৰিয়ালটো শিৱসাগৰৰ লোক আছিল। কিন্তু মানৰ আক্ৰমণৰ সময়ত কামৰূপলৈ ভটীয়াই আহি নদীয়া–শান্তিপুৰত কিছুদিন পলাই থাকেগৈ। তাৰপৰা পুনৰ অসমলৈ আহি কামৰূপৰ বজালীত বাস কৰে। বজালীত ৰজনীকান্তৰ দেউতাক নবকান্তৰ জন্ম হয়। কিছুদিন পিচত বজালীৰপৰা অলপ উজাই আহি গুৱাহাটীত নিগাজিকৈ বাস কৰে।

ৰজনীকান্তই দুৰ্ভাগ্যক্ৰমে ন বছৰ বয়সতে দেউতাকক হেৰুৱায়, আৰু সেই কাৰণে মোমায়েক ৺দুৰ্লভচন্দ্ৰ চাংকাকতীদেৱৰ তত্ত্বাবধানত থাকি লিখা-পঢ়া শিকিব লগাত পৰে। মোমায়েকে জিলাধিপতিৰ অফিচত একাউণ্টেণ্টৰ কাম কৰিছিল। এওঁৰ আৰ্থিক অৱস্থা বৰ ভাল নহলেও ভাগিনীয়েকৰ পঢ়া খৰচ বহন কৰিবলৈ গাত লৈছিল। কাৰণ তেওঁ ৰজনীকান্তৰ তীক্ষ্ণ বুদ্ধি দেখি সন্তোষ পাইছিল।

ৰজনীকান্তই গুৱাহাটীৰ চৰকাৰী উচচ ইংৰাজী স্কুলত মনো-যোগেৰে পঢ়ি ১৮৮৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ এণ্ট্রেঞ্চ পৰীক্ষাত দক্ষতাৰে উত্তীৰ্ণ হয় আৰু মাহিলি ২০৲ টকাকৈ 'ইলিয়ট বৃত্তি' লাভ কৰে। ইয়াৰ পিচত এওঁ কলিকতালৈ গৈ বিদ্যাসাগৰ কলেজত ভৰ্ত্তি হয়। দুবছৰৰ পিচত প্ৰথম বিভাগত এফ-এ পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ দুবছৰৰ পিচত বি-এ পৰীক্ষা পাছ কৰে। এওঁ যে



ঔপন্যাসিক ৰজনীকান্ত

কেৱল কলেজৰ পাঠ্য পুথিকেইখন পঢ়িয়েই সময় নিয়াইছিল, বা তাতেই জ্ঞান লাভ কৰিছিল এনে নহয়; শুনা যায় গাৰ্হস্থ্য জীৱনৰ লাগতিয়াল বুলি আয়ুৰ্ব্বেদ বা ডাক্তৰী বিদ্যাৰো যথেষ্ট পুথি পঢ়ি জ্ঞান

লাভ কৰিছিল। বি-এ পাছ কৰি উঠি কিছুদিন তেওঁ ওকালতি পঢ়িছিল।

কোৱা বাহুল্য, তেতিয়াৰ দিনত অসমত উচ্চ ইংৰাজী শিক্ষা লাভ কৰা লোকৰ সংখ্যা নিচেই তাকৰ আছিল। যি কেইজন লোকে কলিকতাত গৈ বি-এ পৰীক্ষা পাছ কৰিছিল, তেওঁলোকে অতি সহজে ৰজাঘৰীয়া চাকৰি লাভ কৰিব পাৰিছিল। ৰজনীকান্তই উকিল হোৱাৰ উদ্দেশ্যে যদিও আইন পঢ়িবলৈ আৰম্ভ কৰিছিল, সেই শিক্ষা পূৰ নৌ-হওঁতেই তেওঁ চৰকাৰী কামত সোমাই কৰ্ম্ম-জীৱন আৰম্ভ কৰে। সম্ভৱ আৰ্থিক অৱস্থা ভাল নোহোৱাৰ কাৰণে তেওঁ চৰকাৰী কামত সোমাব লগাত পৰিছিল। মোমায়েকৰ সাহায্যত তেওঁ আৰু সৰহ দিন পঢ়ি খৰচৰ হেঁচা দিবলৈ ইচ্ছা নকৰিছিল। সেই বাবে তেওঁ ১৮৯০ চনত ঘৰলৈ আহি এটা চল্লিশটকীয়া কেৰাণীৰ কামত সোমায়। অৱশ্যে কেইমাহমান কাম কৰাৰ পিচতেই ৰজনী-কান্ত চবডিপুটী কলেক্টৰৰ পদত নিযুক্ত হয়।

ইয়াৰ আগতে তেওঁ কিছুদিন ১৮৯১ চনৰ মানুহ-গণনাৰ কামত ভৰ্ত্তি হয়। এই সময়ত কোনো চৰকাৰী কামৰ সংযোগত ইংৰাজ বুৰঞ্জীবিদ্ গেইট্ চাহাবৰ লগত এওঁৰ সাক্ষাৎ হয়। অসমৰ বুৰঞ্জী সম্পৰ্কে গেইট্ চাহাবে ৰজনীকান্তক কেইটামান প্ৰশ্ন সোধে। কিন্তু এওঁ তাৰ প্ৰকৃত উত্তৰ দিব নোৱাৰাত ৰজনীকান্তক গেইট্ চাহাবে এই বুলি কয়ঃ "তুমি অসমৰ শিক্ষিত ডেকা; এজন গ্ৰেজুৱেট। অথচ অসমৰ বিষয়ে একো নাজানা।" এই কথাত ৰজনীকান্তই বৰ লাজ পায় আৰু তেতিয়াৰ পৰাই অসমৰ বুৰঞ্জী অধ্যয়নৰ প্ৰতি তেওঁৰ এটা ধাউতি হয়। প্ৰকাৰান্তৰে কবলৈ গলে গেইট্ চাহাবেই ৰজনী কান্তৰ বুৰঞ্জী-জ্ঞান লাভৰ কাৰণে দায়ী।

চবডিপুটী কলেক্টৰ পদত তেওঁ ন বছৰ সুখ্যাতিৰে কাম কৰে। তাৰ পাচত হাকিমৰ পদলৈ উঠে। এই দায়িত্বপূৰ্ণ কামত অসমৰ

কেবা ঠাইতো গাৱেঁ-ভূঞে ঘূৰি ফুৰে। এওঁ উত্তৰ লক্ষীমপুৰত থকা কালত তাৰ ওচৰ-চুবুৰীয়া পাৰ্বত্য মিৰি, নগা আদি লোকসকলৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, বুৰঞ্জী, সাধুকথা বিলাকৰ বিস্তৃত জ্ঞান লাভ কৰিছিল। এওঁ এবাৰ ডিপুটী কমিচনাৰৰ পদো লাভ কৰিছিল।

যদিও এওঁ চৰকাৰৰ এজন যোগ্য আৰু ৰাজভক্ত বিষয়া আছিল, তথাপি চৰকাৰী কামতে ব্যস্ত থকা নাছিল। একপিনে কামৰ হেঁচা, আনপিনে তেওঁৰ সাহিত্য চৰ্চ্চা। এই দুয়োটা গধুৰ আৰু দায়িত্বপূৰ্ণ কামৰ কাৰণে শৰীৰৰ বহুখিনি ব্যাঘাত হৈছিল। তেতিয়া ডাক্তৰে তেওঁক কামৰপৰা অৱসৰ লবলৈ উপদেশ দিয়ে। ১৯১৮ চনত কামৰপৰা অৱসৰ লয়। কিছুমানে কয় যে ৰজনীকান্তই চাহ-বাগিচাৰ ব্যৱসায় কৰিবৰ উদ্দেশ্যেহে কামৰপৰা অৱসৰ লৈছিল। এই কথা সঁচা নহয়। অৱশ্যে অৱসৰ গ্ৰহণ কৰাৰ কিছুদিন পিচত ডিব্ৰুগড়ৰ মাকুম জংছনত চাহ-বাগিচা খোলে। তেওঁ প্ৰায় কেবা-খনো বাগিচা খোলে; কিন্তু তেওঁৰ দুৰ্ভাগ্য যে ১৯৩১ চনৰপৰা হোৱা জগতৰ আৰ্থিক দুৰৱস্থাত বিশেষকৈ চাহ-শিল্পত অত্যন্ত লোকচান হোৱাত ৰজনীকান্ত সৰ্ব্বস্বান্ত হয়। চাহ-বাগিচা খোলাৰ সময়ত তেওঁ বহুত টকা ধাৰে লৈছিল। গত্যন্তৰ নাপাই ১৯৩৫ চনত তেওঁ ডিব্ৰুগড়ৰ নিজৰ ঘৰমাটি আৰু বাগিচা বিক্ৰী কৰি ঋণ-মুক্ত হয়। তাৰ পিচত তেওঁ জন্মস্থান গুৱাহাটীলৈ ঘূৰি আহি মাটিবাৰী কিনি জীৱনৰ শেষ মুহূৰ্ত্তলৈকে ইয়াত থাকে।

চৰকাৰী কাম আৰু চাহ-বাগিচাত জীৱনৰ আগডোখৰ কটালেও বৰদলৈদেৱে সাহিত্য-চৰ্চ্চাত তেওঁৰ জীৱন উচৰ্গা কৰি দিছিল। এওঁ যেতিয়া ছাত্ৰ অৱস্থাত আছিল, সেই সময়ত অসমীয়া সাহিত্য ঠন ধৰি উঠিব পৰা নাছিল। বৰদলৈৰ সাহিত্যৰ প্ৰতি আগ্ৰহ দেখি পণ্ডিত হেমচন্দ্ৰ গোস্বামী প্ৰভৃতি জনচেৰেক সাহিত্যসেৱীয়ে

ৰজনীকান্তক "জোনাকী" কাকতত প্ৰৱন্ধ লিখিবলৈ উৎসাহ দিয়ে আৰু তেওঁ ১৮৯০ চনত উক্ত আলোচনীত মানৱ-শৰীৰতত্ত্ব সম্পৰ্কে এটা প্ৰৱন্ধ লিখে। এয়ে তেওঁৰ প্ৰকাশিত প্ৰথম প্ৰৱন্ধ। তেতিয়াৰপৰা তেওঁ অসমৰ ন-পুৰণি সকলো আলোচনীত প্ৰৱন্ধ লিখে। অসমীয়াত তেওঁ এজন সুলিখক আছিল; ইংৰাজী ভাষাতো এজন সিদ্ধহস্ত লিখক আছিল। মিৰি জাতিৰ ধৰ্ম্ম, অসমৰ মাটিৰ সাজ-গঢ়া, চুটিয়া জাতিৰ ধৰ্ম্ম আৰু বুৰঞ্জী, অসমীয়া ভাষা, মাছ-ব্যৱসায় আদি বিভিন্ন বিষয়বোৰ সম্পৰ্কে ইংৰাজীত প্ৰৱন্ধ লিখিছিল। ইয়াৰ উপৰিও ৰজনীকান্তই ঠায়ে ঠায়ে সভা-সমিতিত অসমীয়া জাতিৰ, বিশেষকৈ পাৰ্ব্বত্য জাতিৰ, বিষয়ে গবেষণাপূৰ্ণ বক্তৃতা দিছিল।

ৰজনীকান্ত অসমৰ অদ্বিতীয় ঔপন্যাসিক। উপন্যাস লিখাত তেওঁ যি নৈপুণ্য দেখুৱাইছিল, সি অসমীয়া ভাষা আৰু সাহিত্যৰ আন এটা গৌৰৱ। আন ঔপন্যাসিক বা গল্পলিখকৰ দৰে তেওঁ কাল্পনিক উপন্যাস বা গল্প নিলিখিছিল। অসমত মানৰ আক্ৰমণত অসমীয়া জাতিৰ বিপত্তি আৰু দেশৰ আচাৰ-ব্যৱহাৰ আদিয়েই আছিল তেওঁৰ উপন্যাসৰ বিষয়-বস্তু। ৰজনীকান্তৰ উপন্যাসবোৰ অসমীয়া ভাষাৰ অমূল্য সাহিত্য-সম্ভাৰ। তেওঁ 'মনোমতী' (১৯০০), 'মিৰি-জিয়ৰী' (১৮৯৫), 'ৰঙ্গিলী' (১৯২৫), 'নিৰ্ম্মল ভকত' (১৯২৫), 'তাম্ৰেশ্বৰীৰ মন্দিৰ' (১৯২৫), 'ৰহদৈ লিগিৰী' (১৯৩৩) আৰু 'ৰাধাৰুক্মিণীৰ ৰণ' (১৯২৫) এই কেইখন উপন্যাস লিখিছিল। 'ভোলাই শৰ্ম্মা' নামৰ এখন হাঁহি-ধেমালিৰ পুথি লিখি তাত তেওঁৰ আত্মজীৱনীৰ আভাস দিয়ে। ৰজনীকান্তৰ শেষ উপন্যাস 'তিলোত্তমা'। এইখন তেওঁ মৃত্যুৰ কিছুদিন আগতে লিখি শেষ কৰে। তেওঁ এখন 'আত্ম-জীৱনীও' লিখে।

ঔপন্যাসিক বৰদলৈৰ উপন্যাসবোৰ পঢ়িলে ইংৰাজ সাহিত্যিক ৱাল্টাৰ স্কট আৰু বঙ্গসাহিত্যিক বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ৰ সাহিত্যলৈ মনত পৰে। সেই কাৰণে ৰজনীকান্তক অসমৰ 'স্কট' বা 'বঙ্কিম' বুলিব পাৰি। স্কট আৰু বঙ্কিম বাবুৱে দেশৰ গৌৰৱময় বুৰঞ্জীৰ প্ৰধান ঘটনাৱলী উপন্যাস আকাৰে লিখিছিল। সেইদৰে আমাৰ বৰদলৈদেৱেও অসমৰ বুৰঞ্জীমূলক ঘটনাসমূহক উপন্যাসত লিখিছিল। তেওঁ সকলোকে অসমীয়া ডেকা লিখাৰুসকলৰ পুথি পঢ়ি অসমীয়া সাহিত্য-চৰ্চ্চা কৰিবলৈ পৰম উৎসাহ দিছিল। তেওঁ আনৰ প্ৰতি বৰ দয়ালু আছিল। তেওঁ পৰম ঈশ্বৰ-বিশ্বাসী আছিল। তেওঁ যি কামকে কৰিছিল, প্ৰথমতে ঈশ্বৰৰ নাম লৈহে আৰম্ভ কৰিছিল।

যোৱা ১৯৩৬ চনৰপৰা ৰজনীকান্তই একাঙ্গী ৰোগত আৰু ৰক্ত-চাপত নিকাৰ ভুঞ্জে। চাৰি বছৰ এই ৰোগত থাকি ১৯৪০ চনৰ মাৰ্চ্চ মাহৰ ২৫ তাৰিখে বাতিপুৱা সাতমান বজাত ইহলীলা ত্যাগ কৰে। এই সুদীৰ্ঘ কালডোখৰত তেওঁৰ পতিব্ৰতা ঘৈণীয়েকে অহৰ্নিশে গিৰীয়েকৰ পৰিচৰ্যা কৰি যি স্বামী-ভক্তি দেখুৱাইছিল, সি সঁচাকৈয়ে আদৰ্শ-স্বৰূপ।

# ৰায়বাহাদুৰ ভুবনৰাম

আত্মবল পৰম বল। এই বলত যি ডাঙৰ হব পাৰে, সি ধন্য। মানুহ ডাঙৰ বা ধনী হয় নানা উপায়ে। কিছুমানে তেওঁলোকৰ পিতৃ বা পিতামহৰ সম্পত্তিৰ সাহায্যৰে ডাঙৰ হয় বা ধনী বোলাব পাৰে; কিছুমানে আকৌ নিজ মেধাশক্তিৰ বলত শিক্ষা লভি জীৱনত অৰ্থ উপাৰ্জ্জন কৰি সুখেৰে দিন নিয়ায়। কিন্তু বিদ্যাত দুখীয়া এনে কম মানুহেহে নিজ বাউসিৰ বলত ধন আৰ্জ্জি সমাজৰ নাইবা দেশৰ হিত সাধিব পাৰে। আন দেশৰ কথা নকলেও, অসমত এনে লোকৰ সংখ্যা অতি কম। তাৰ ভিতৰত আছিল গুৱাহাটীৰ উদ্যোগী পুৰুষ স্বৰ্গীয় ৰায়বাহাদুৰ ভুবনৰাম দাস।

দৰং জিলাৰ পছিম সীমাত কুৰুৱা নামৰ এখন গাওঁ আছে। এই গাৱঁতে এজন গাৱঁলীয়া খেতিয়কৰ ঘৰত ভুবনৰামৰ ইং ১৮৫৬ চনত জন্ম হয়। বাপেকৰ নাম আছিল দিপৰু। বাপেকৰ আৰ্থিক অৱস্থা তেনেই বেয়া আছিল। ভুবনৰামে এই সাধাৰণ পৰিয়াল এঘৰত জন্ম গ্ৰহণ কৰি নিজৰ বুদ্ধি-বৃত্তি আৰু অধ্যৱসায়ৰ বলত অসমৰ এজন লেখত লব লগীয়া লোক হৈ উঠিছিল।

গাৱঁৰ পাঠশালা স্কুলতে ভুবনৰামে অলপ অচৰপ শিক্ষা লাভ কৰি গুৱাহাটীলৈ আহে। সম্ভৱতঃ তেওঁ গুৱাহাটীলৈ চাকৰি বিচাৰিহে আহিছিল। কিন্তু তেওঁৰ চাকৰি কৰা নহল। স্থানীয় এজন সদাশয় লোকৰ ঘৰতে থাকি গুৱাহাটীৰ ইংৰাজী হাইস্কুলত ভৰ্ত্তি হৈ কোনোমতে তেওঁলোকৰ সাহায্যতে থাৰ্ড ক্লাচলৈ (এতিয়াৰ ক্লাচ এইটলৈ) উঠে। আৰ্থিক অনাটনৰ কাৰণে ভুবনৰামে আৰু পঢ়িব

নোৱাৰিলে। ইয়াৰ পিচত তেওঁ তাহানিৰ জাহাজ কোম্পানীত মাহে ৭৲ টকা দৰমহাত চাকৰি এটা সংগ্ৰহ কৰি লয়। এই সাত-টকীয়া দৰমহাৰপৰা ভুবনৰামে পিচত ১০০৲ টকাকৈ মাহিলি দৰমহা পাইছিল। কৰ্ত্তব্যত মনোযোগ দিলে উদ্যোগী পুৰুষে হাতে হাতে লক্ষ্মী পায়। ইয়াৰ প্ৰমাণ ভুবনৰাম। প্ৰকাশ যে তেওঁ কামত ইমান মন দিছিল যে কাম শেষ নকৰাকৈ ঘৰলৈ ভাত খাবলৈও নাহিছিল। ভুবনৰামৰ এনে কৰ্ত্তব্যনিষ্ঠাত জাহাজকোম্পানীৰ কৰ্তৃপক্ষ ইমান সন্তুষ্ট হৈছিল যে কোম্পানীয়ে বহুত কথাত তেওঁৰ পৰামৰ্শ লৈছিল।

লৰাকালতে অৰ্থাৎ ১৪ বছৰ বয়সতে ভুবনৰামৰ বিয়া হয়। তেওঁৰ মুঠ ১৯টা লৰা-ছোৱালী হৈছিল; কিন্তু তাৰ ভিতৰত কেৱল তেওঁৰ জ্যেষ্ঠ ল'ৰা লীলাৰাম দাস হে ৰৈছিল। বাকী আটাই-বোৰ কেচুৱা অৱস্থাতে মৰে।

ভুবনৰামৰ লোকপ্ৰিয়তা বিশেষ উল্লেখযোগ্য। কি বঙালী. কি অসমীয়া, কি ইংৰাজ সকলো জাতিৰ আৰু সকলো সম্প্ৰদায়ৰ লোকে তেওঁক সমানে ভাল পাইছিল। বঙালী আৰু অসমীয়াৰ মাজত ভুবনৰাম যোগ-সূত্ৰ যেন আছিল। লাট চাহাবকে আদি কৰি অসমপ্ৰবাসী সকলো ইংৰাজে তেওঁক বিশ্বাস আৰু আদৰ কৰিছিল। আনকি, অসমৰ শাসন আৰু সংস্কাৰ সংক্ৰান্ত কথাবোৰত ভুবনৰামৰ উপদেশ লৈছিল। এওঁ ইং ১৯০১ চনত ৰায়চাহাব আৰু তাৰ পিচত ৰায়বাহাদুৰ খিতাপ চৰকাৰৰ ঘৰৰপৰা পায়। ১৯১২ চনত দিল্লীত বহা দৰবাৰলৈ ৰায়বাহাদুৰ ভুবনৰাম অসমৰ অন্যতম প্ৰতিনিধি হিচাপে যায়। তাত তেতিয়াৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে ৰায়বাহাদুৰক মহামান্য সম্ৰাট আৰু সম্ৰাজ্ঞীৰ লগত সাক্ষাৎ কৰাই দিয়ে।

ভুবনৰামে দেশৰ আৰু দহৰ উপকাৰ কৰিবলৈ যথেষ্ট চেষ্টা কৰিছিল। এওঁ গুৱাহাটী মিউনিচিপালিটীৰ ভাইচ-চেয়াৰমেন আৰু

তাৰ কিছুদিন পিচত স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাৰ সৈতে পূৰ্ব্ব-বঙ্গ আৰু অসমৰ ব্যৱস্থাপক সভাৰ সদস্য নিৰ্ব্বাচিত হৈছিল। তাতো তেওঁ ৰাইজৰ অভাৱ-অভিযোগবোৰৰ পিনে চৰকাৰৰ মনোযোগ আকৰ্ষণ কৰি বক্তৃতা দিছিল। ইয়াৰ উপৰিও গুৱাহাটী কটন কলেজ, সনাতন ধৰ্ম্মসভা, কামৰূপ অনুসন্ধান সমিতি আদি ৰাজহুৱা অনুষ্ঠানবোৰৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল।

ৰায়বাহাদুৰে চাকৰি আৰু নিজ ব্যৱসায়-বুদ্ধিৰ বলত যথেষ্ট ধন ঘটিছিল। কিন্তু ইয়াৰপৰা তেওঁ আনক সাহায্য কৰা, দেৱালয় নিৰ্ম্মাণ, হাস্পাতালৰ উন্নতি আদি ভাল ভাল কাৰ্য্যত টকা খৰচ কৰিছিল। তেওঁ এজন দূৰদৰ্শী লোকো আছিল। নিজৰ বাউসিৰ বলেৰে অৰ্জ্জা ধনৰ অসদ্ব্যৱহাৰ হব বুলি ভাবি তেওঁ সম্পত্তিবোৰ সাময়িকভাৱে 'উইল' কৰি চৰকাৰৰ তত্ত্বাবধানত থৈ যায়। তেওঁ ইং ১৯১৬ চনত ১২ আগষ্ট তাৰিখে পৰলোকপ্ৰাপ্ত হয়।



# দেশহিতৈষী মাণিকচন্দ্ৰ

ইং ১৮৮২ চনৰ ৪ নবেম্বৰ তাৰিখে স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাই নগাওঁ জিলাৰ খাগৰিজান নামে পুৰণি নগৰ এখনত জন্ম গ্ৰহণ কৰে। এওঁৰ বাপেকৰ নাম ৺হাবিৰাম বৰুৱা। বাপেকে চৰকাৰী কাম কৰিছিল। আৰ্থিক অৱস্থাও ভাল আছিল। মাণিকচন্দ্ৰৰ ছয় বছৰ বয়সত বাপেক বদলি হৈ গুৱাহাটীলৈ আহে আৰু তেওঁ কলেজিয়েট হাইস্কুলত ভৰ্ত্তি হয়। স্কুলত থকাৰপৰাই মাণিকচন্দ্ৰ গহীন আৰু চিন্তাশীল আছিল। সৰুৰেপৰা এওঁ ইতিহাস পঢ়িবলৈ ভাল পাইছিল। বিশেষকৈ স্কুলৰ শিক্ষকে তেওঁক আৰু তেওঁৰ সহপাঠীসকলক বুৰঞ্জী পঢ়ি আন আন দেশৰ অৱস্থা জানিবলৈ উৎসাহ দিছিল। তেতিয়াৰপৰাই তেওঁ স্বদেশানুৰাগী হয়।

যথা সময়ত গুৱাহাটীৰপৰা এণ্ট্ৰেঞ্চ পাছ কৰি বৰুৱা কলিকতাৰ প্ৰেচিডেন্সী কলেজত ভৰ্ত্তি হয় গৈ। ইয়াৰপৰা যাওঁতে তেওঁ নিজ প্ৰতিভাৰ বলত জলপানী পাইছিল। তেওঁ কলিকতাত থকা সময়ত তেতিয়াৰ ভাৰতৰ গবৰ্ণৰ-জেনেৰেল লৰ্ড নৰ্থব্ৰুক কলিকতালৈ আহে। তাত তেওঁ অসমীয়া ছাত্ৰ-বন্ধুসকলৰ সৈতে পৰামৰ্শ কৰি অসমীয়া ছাত্ৰৰ তৰফৰপৰা গবৰ্ণৰ-জেনেৰেল বাহাদুৰক এখন অভিনন্দন পত্ৰ দিয়া হয়। এই কামত বৰুৱাদেৱে যি একাগ্ৰতীয়াভাবে কাম কৰিছিল, সেইটো সঁচাকৈয়ে শলাগিবলগীয়া। এই অভিনন্দন-পত্ৰত লৰ্ড নৰ্থব্ৰুকক অসমলৈ আহিবলৈ অনুৰোধ কৰাও হৈছিল। তাৰ ফলত গবৰ্ণৰ-জেনেৰেল অসমলৈ আহে। ৰাজপ্ৰতিনিধিক যথাযোগ্য সন্মান দেখুৱাবৰ কাৰণে বৰুৱাই টকা-পইচ

সংগ্ৰহ কৰে আৰু গুৱাহাটী শুক্রেশ্বৰ ঘাটত 'নৰ্থব্রুক গেট' নামেৰে এটা তোৰণ নিৰ্ম্মাণ কৰে। সেই তোৰণ এতিয়াও আছে।

বৰুৱাৰ স্বাস্থ্য সন্তোষজনক নাছিল। কলিকতাৰ হাৱা-পানীয়ে বৰুৱাৰ স্বাস্থ্যৰ বেছি ক্ষতিহে কৰিছিল। সেই কাৰণে বৰুৱাই ১৮৭২ চনত কলিকতা ত্যাগ কৰি পাটনালৈ যায়। ইয়াত তেওঁ



মাণিকচন্দ্ৰ বৰুৱা

বাঁকিপুৰ কলেজত ভৰ্ত্তি হয়। কিন্তু ইয়াত বেছি দিন থাকিবলৈ নৌ পাওঁতেই পিতাকৰ টান নৰিয়াৰ খবৰ পাই ঘৰলৈ আহে। তাৰ পিচত তেওঁ আৰু পাটনালৈ নগল। ইমানতে তেওঁৰ শিক্ষাৰ ওৰ পৰে। বৰুৱাৰ শিক্ষা সম্পূৰ্ণ নহলেও, দুবছৰ পিচত চৰকাৰৰপৰা তেওঁক মনচুপৰ পদ যচা হয়। কিন্তু তেওঁ সেই পদ গ্ৰহণ নকৰিলে।

নিজৰ জীৱিকা নিৰ্ব্বাহ কৰিবৰ নিমিত্তে তেওঁ এটা জাহাজ কোম্পানীৰ এচিষ্টেণ্ট এজেণ্টৰ কামত সোমায়। কিন্তু ইয়াতো বৰুৱাৰ মন নবহিল। সেই কাৰণে এজন চাহাবৰ লগ লাগি এখন চাহ-বাগিচা খোলে। ইয়াতেই তেওঁ চাহ ব্যৱসায় কি আৰু তাক কিভাবে কৰিলে উন্নতি হয় তাক শিকে। কিছুদিন পিচত স্বৰ্গীয় আনন্দৰাম ঢেকীয়াল ফুকনৰ লগত লগ লাগি স্বাধীনভাবে ফুকন বৰুৱা ব্ৰাদাৰ্চ নামে এটা কোম্পানী খোলে। কিন্তু ভাগ্যৰ বিপৰ্য্যয় যে ব্যৱসায়ত মূৰ দাঙি উঠিবলৈ নৌপাওঁতেই তেওঁৰ বন্ধু ঢেকীয়াল ফুকন আৰু নিজৰ ককায়েক ৺ফটিকচন্দ্ৰ বৰুৱাৰ মৃত্যু হয়। এইবোৰ কাৰণতেই মাণিকচন্দ্ৰই ব্যৱসায়ত বহুত টকা লোকচান ভৰে।

মাণিকচন্দ্ৰই অসমৰ কাৰণে যিখিনি গঠনমূলক কাম কৰি থৈ গৈছে, সেইবোৰে অসমৰ বহুত অভাৱ পূৰণ কৰি গৈছে। গুৱাহাটীত স্থাপিত অসমৰ প্ৰথম শ্ৰেণীৰ যি 'কৰ্জ্জন হল' আছে, এতিয়া এই হলটোৰ নাম কৰ্ম্মবীৰ নবীন বৰদলৈ হল ৰখা হৈছে। সিও বৰুৱাৰ চেষ্টা আৰু দুৰদৰ্শিতাৰ ফলত হৈছিল। ১৯০০ চনত ভাৰতৰ গবৰ্ণৰ-জেনেৰেল লৰ্ড কৰ্জ্জন অসমলৈ আহে। তেওঁক আদৰিবলৈ বৰুৱা প্ৰমুখ্যে নেতাসকলে প্ৰায় চৈধ্য-পোন্ধৰ হাজাৰ টকা তুলিছিল। এই টকাৰ বেছি ভাগ অপব্যয় নকৰি অসমৰ এটা ৰাজহুৱা অনুষ্ঠান পাতিবৰ উদ্দেশ্যে 'কৰ্জ্জন হল' স্থাপিত হয়।

কটন কলেজ প্ৰতিষ্ঠাতাসকলৰ ভিতৰত মাণিক বৰুৱাৰ চেষ্টা অদ্বিতীয়। অসমত উচ্চ শিক্ষাৰ কাৰণে এখন সুকীয়া কলেজ নথকাত বহুত অসমীয়া ল'ৰাই কলিকতালৈ গৈ পঢ়িবলৈ সমৰ্থ নহৈছিল। এই অভাৱ দূৰ কৰিবলৈ বৰুৱাদেৱে তেওঁৰ বন্ধু কেইজনমানৰ সৈতে তেতিয়াৰ অসমৰ চীফ কমিচনাৰ চাৰ হেনৰী কটন চাহাবৰ ওচৰলৈ যায়। অৱশ্যে এই বিষয়ে আন কেইজনমান লোকে বিৰোধিতা

কৰিছিল। কিন্তু বৰুৱাৰ যুক্তি আৰু কলেজ এখনৰ আৱশ্যকতা বুজি কটন চাহাবে বৰুৱাৰ প্ৰস্তাৱ সমৰ্থন কৰিছিল আৰু তাৰ ফলতেই কলেজ প্ৰতিষ্ঠা হয়।

অসমৰ একমাত্ৰ আইন শিক্ষাৰ অনুষ্ঠান আৰ্ল ল কলেজ স্থাপন কৰোঁতেও বৰুৱাই কম চেষ্টা কৰা নাছিল। অসমৰ পিচৰ চীফ কমিচনাৰ আৰ্চ ডেল আৰ্লক খাটি-মেলি আইন কলেজখন বহুৱায়। বৰুৱাদেৱে যে অসমৰ শিক্ষাবিস্তাৰ আৰু শিক্ষাৰ অভাৱ অভিযোগ-বোৰৰ কাৰণে সম্পূৰ্ণ সজাগ আছিল, এইবোৰ অনুষ্ঠানেই তাৰ প্ৰমাণ দিয়ে।

বৰুৱাদেৱে অসমৰ সৰ্ব্বাঙ্গীন উন্নতিৰ কাৰণে যথেষ্ট চেষ্টা কৰিছিল। অসমত ৰাজনৈতিক অনুষ্ঠান হিচাপে 'অসম এচোচিয়েচন' খনকেই প্ৰথম বুলি কব পাৰি। এই অনুষ্ঠানৰ লগত আমাৰ দেশৰ স্বদেশানুৰাগী লোকসকলৰ নাম জড়িত। আৰু ইয়াৰ জৰীয়তেই আমাৰ স্বকীয়া সমস্যাবোৰ যেনে কানি বৰবিহৰ প্ৰচলন প্ৰতিৰোধ, মেলেৰীয়া, ক'লাজ্বৰ আদি বেমাৰৰ প্ৰতিকাৰ ইত্যাদিৰ যথেষ্ট চেষ্টা কৰা হৈছিল। আমাৰ বৰুৱাদেৱেই এই এচোচিয়েচনৰ সম্পাদক পদৰ দায়িত্ব লৈ নিজৰ ভগ্নস্বাস্থ্য সত্বেও দেশৰ উপকাৰ কৰিছিল।

বৰুৱাই দেশৰ যেনেকৈ মঙ্গল চিন্তিছিল সেইদৰে চৰকাৰৰ ওচৰতো ভালে থাকি তেওঁলোকৰপৰা কাম আদায় কৰি লৈছিল। সেই কাৰণে তেওঁক দুবাৰো চৰকাৰে 'ৰায়বাহাদুৰ' খিতাপ যাচিছিল; কিন্তু এই খিতাপ লৈ দেশৰ উপকাৰ কৰাত ব্যাঘাত হব বুলি ভাবি তেওঁ তাক গ্ৰহণ নকৰিছিল। বৰুৱাই ১৮৯০ চনত কংগ্ৰেছৰ অধিবেশনত উপস্থিত থাকি, ভাৰতৰ ভিন্ ভিন্ প্ৰতিনিধিসকলৰ আগত অসমৰ কথাবোৰ বুজাই কৈছিল।

১৯০৮ চনত অসম উপত্যকাৰ হৈ পূৰ্ব্ব-বঙ্গ আৰু অসম কাউন্সিলৰ সভ্য হৈ অসমৰ ভিন ভিন সমস্যাবোৰৰ কথা উল্লেখ কৰি বৰুৱাই সেইবোৰৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ১৯১০ চনত বৰুৱাই পুনৰ এই কাউন্সিলৰ সভ্যপদ পায়।

১৯১৫ চনৰ ৭ চেপ্তেম্বৰৰ দিনা দীঘলীয়া জ্বৰত বৰুৱা গুৱাহাটীৰ নিজ ঘৰত স্বৰ্গী হয়।



# দানবীৰ ৰাধাকান্ত

ভাৰতৰ ভিতৰত অসম এখন দুখীয়া ৰাজ্য। অসমত নানাবিধ সম্পদ আছে। এই সম্পদবোৰ যেনে চাহ-শিল্প, কয়লা, তেল আদিৰ পৰা বিদেশী মানুহ ধনী হৈছে। অসমীয়াৰ ভিতৰত লেখত লবলগীয়া ধনী মানুহ দুই চাৰিজনহে আছে। এওঁলোক নিজৰ অধ্যৱসায় আৰু পৰিশ্ৰমৰ গুণেহে মজলীয়া বিধৰ ধনী হব পাৰিছিল। কিন্তু যি কেইজনে সাধাৰণভাবে ধন ঘটিছিল, তেওঁলোকৰ কমসংখ্যক লোকেইহে ৰাজহুৱা কামত দান দিছিল বা দিবলৈ সমৰ্থ হৈছিল। স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ আছিল অসমৰ এনেজন লোক যি তেওঁৰ স্বোপাৰ্জিত ধনখিনি অসমৰ ভাষা, সাহিত্য আৰু সংস্কৃতিৰ উন্নতিৰ কাৰণে দান দি থৈ গৈছে। সেইবাবে আজি অসমত এজন দানবীৰ বুলি তেওঁৰ খিয়াতি ৰৈ গ'ল।

সন্দিকৈ পৰিয়ালটো অসম ৰজাৰ দিনৰে পুৰণি পৰিয়াল। তেওঁলোকৰ পূৰ্ব-পুৰুষ আছিল গদাধৰ সিংহৰ দিনৰ গড়গঞা সন্দিকৈ বৰফুকন। কথিত আছে যে এই পৰিয়ালটোৱে অসমৰ বিভিন্ন ঠাইত মন্দিৰ, বৰপুখুৰী আদি নিৰ্মাণ কৰিছিল। গুৱাহাটীৰ ওচৰত ব্ৰহ্মপুত্ৰ নদীৰ মাজত থকা উমানন্দ মন্দিৰটো গড়গঞা বৰফুকনে সাজিছিল। তাৰ উপৰিও তেওঁলোকৰ বংশৰ বৰবৰুৱাসকলে নাজিৰাত পুখুৰী, নামতীত মন্দিৰ আৰু পুখুৰী, আৰু বেঙেনা-আটীত সত্ৰ স্থাপন কৰিছিল। স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈদেৱে তেওঁৰ জীৱিত অৱস্থাত অসমৰ পুৰাতত্ত্ব আৰু বুৰঞ্জীমূলক সম্ভাৰবোৰ উদ্ধাৰ কৰা

আৰু তাৰ যথাযোগ্য সংৰক্ষণৰ কামত আগ্ৰহ দেখুৱাইছিল। সম্ভৱতঃ এই গুণটি তেওঁ পূৰ্বপুৰুষসকলৰ পৰা লৈছিল।

মধ্যবিত্ত পৰিয়ালৰ লৰা হিচাপে ৰাধাকান্ত সন্দিকৈয়ে লৰাকালখিনিত অতি কষ্টেৰে পঢ়া-শুনা কৰিব লগাত পৰিছিল। নিজৰ চেষ্টা আৰু পৰিশ্ৰমৰ গুণত তেওঁ প্ৰৱেশিকা পৰীক্ষা আৰু 'ফাৰ্ষ্ট আৰ্টচ্' পৰীক্ষাত উত্তীৰ্ণ হয়। বি-এ পঢ়িবলৈ কলিকতালৈ গৈছিল। কিন্তু আৰ্থিক অসুবিধাৰ কাৰণে তেওঁ পঢ়া এৰি ঘৰলৈ উভতি আহে। তেতিয়াৰ দিনত বি-এ পঢ়া আৰু পাছ্ কৰা অসমীয়া সমাজত ডাঙৰ কথা আছিল। অসমীয়া লৰাৰ মাজত বি-এ পাছ্ কৰা মাথোন দুজনহে আছিল—আনন্দৰাম বৰুৱা আৰু জগন্নাথ বৰুৱা। (এই দুজনা কৃতী অসমীয়া ডেকাৰ ভিতৰত আনন্দৰাম বৰুৱাই আই-চি-এচ পৰীক্ষা পাছ্ কৰে। জগন্নাথ বৰুৱাক 'বি-এ জগন্নাথ' বুলি সকলোৱে জানিছিল।) বি-এ পাছ্ কৰা হলে স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ আঙুলিৰ মূৰত গণিব পৰা প্ৰথম অসমীয়া বি-এ ডেকাসকলৰ ভিতৰত এজন হ'লহেঁতেন। কিন্তু টকা-পইচাৰ অভাৱত এই কৃতিত্বৰ পৰা তেওঁ বঞ্চিত হব লগাত পৰিছিল।

কলিকতাৰ পৰা উভতি আহি ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া চব-ডেপুটি কলেক্টৰৰ কামত ভৰ্ত্তি হয়। তাৰ কিছুদিনৰ পিচত মুন্চিফ পদলৈ উঠে। তেওঁ ৰাজস্বৰ কামত এজনা সুদক্ষ কৰ্ম্মচাৰী আছিল আৰু তাৰ ফলত লেণ্ড ৰেকৰ্ডচ বিভাগত সহকাৰী ডিৰেক্টৰলৈ পদোন্নতি লাভ কৰে। তেওঁ ১৯১৯ চনত চৰকাৰী কামৰ পৰা অৱসৰ লয়। ইতিমধ্যে ১৯০৭ চনত তেওঁ তেতিয়াৰ চৰকাৰৰ পৰা ৰায়বাহাদুৰ খিতাপ লাভ কৰে।

১৮৯৭ চনত সন্দিকৈ ডাঙৰীয়াই উত্তৰ লক্ষীমপুৰৰ পুৰণি পৰিয়াল স্বৰ্গীয় ঘিণাৰাম বৰুৱাৰ কন্যা নাৰায়ণী আইদেউক বিয়া

কৰায়। এওঁলোকৰ পাঁচটি সন্তান জন্মে। তাৰে প্ৰথমজন হৈছে গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ প্ৰথম ভাইচ-চেঞ্চেলাৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ; দ্বিতীয়জন আছিল স্বৰ্গীয় চন্দ্ৰকান্ত সন্দিকৈ; চতুৰ্থজন স্বৰ্গীয় ইন্দ্ৰকান্ত সন্দিকৈ। তৃতীয়জন সম্প্ৰতি অসম চৰকাৰৰ কৃষিবিভাগৰ উচ্চ বিষয়া। সন্দিকৈ-দম্পতীৰ মাত্ৰ একেজনী কন্যা।

উজনি অসম চাহ-খেতিৰ কাৰণে বিখ্যাত। বিদেশী চাহ-খেতিয়কসকলৰ উদ্যোগত চাহ-শিল্পৰ উন্নতি দেখি সেই অঞ্চলৰ উঠি-অহা অসমীয়া পৰিয়ালৰ মাজত চাহ-উদ্যোগ হাতত লবলৈ তেতিয়া এটা আগ্ৰহে দেখা দিয়ে। বি-এ জগন্নাথ বৰুৱা ডাঙৰীয়াই এই আগ্ৰহৰ চিন দেখি অসমীয়া লোকক চাহ-খেতিত মন দিবলৈ উদগণি দিয়ে। এই উৎসাহৰ বলতে স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই চাহ-খেতি হাতত লবলৈ থিৰ কৰে আৰু সাধাৰণ বিধৰ এখন চাহ-বাগিচা খোলে। তেওঁ আৰম্ভ কৰা বাগিচাৰ আকাৰ এতিয়া বহুখিনি বাঢ়িছে। চাহ-বাগিচাৰ যোগেদি সন্দিকৈ কিছু ধন আৰ্জিজবলৈ সক্ষম হয়। কিন্তু যিখিনি ধন এই শিল্পৰ যোগেদি তেওঁ লাভ কৰিছিল, সেইখিনি দান দি আনন্দ পাইছিল।

সন্দিকৈ ডাঙৰীয়াৰ স্বাস্থ্য ভাল আছিল যদিও পুত্ৰ-শোকৰ হেতু তেওঁৰ মন মাজে-সময়ে ভাগি পৰিছিল। ১৯২৩ চনৰ বছৰটো তেওঁৰ কাৰণে বৰ দুৰ্যোগৰ বছৰ আছিল। অগা-পিচাকৈ মাত্ৰ তিনি সপ্তাহৰ ভিতৰতে তেওঁৰ দ্বিতীয় আৰু চতুৰ্থ পুতেক যথাক্ৰমে চন্দ্ৰকান্ত আৰু ইন্দ্ৰকান্তৰ পৰলোক ঘটে। উদীয়মান দুজন ডেকা সন্তানৰ মৃত্যুত সন্দিকৈ আৰু তেওঁৰ পত্নী দুয়োজনা শোকত বিহ্বল হৈ উঠে। চেনেহৰ সন্তানৰ স্মৃতি যুগমীয়াভাবে ৰাখিবলৈ সন্দিকৈ-দেৱে ত্ৰিশ হেজাৰ টকা দান আগবঢ়ায়। ইয়াৰ পোন্ধৰ হেজাৰ টকাৰে যোৰহাটত 'চন্দ্ৰকান্ত সন্দিকৈ হল' নিৰ্মাণ হয়। বাকী

পোন্ধৰ হেজাৰ টকাৰে অসমীয়া ভাষাৰ এখন বৃহৎ অভিধান সংকলন আৰু ছপা কৰিবলৈ অসম-সাহিত্য সভাক ভাৰ দিয়ে। ১৯৩৩ চনত এই অভিধানখনি ছপা হৈ ওলায়। অসমীয়া ভাষাৰ ওজা স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ 'হেম-কোষ'ৰ পিচত সন্দিকৈ ডাঙৰীয়াৰ বদান্যতাৰ ফলত সংকলন আৰু ছপা হৈ ওলোৱা 'চন্দ্ৰকান্ত অভিধান' অসমীয়া ভাষাৰ দ্বিতীয় বৃহৎ অভিধান। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে সন্দিকৈৰ সুযোগ্য প্ৰথম পুত্ৰ স্বনামধন্য শিক্ষাবিদ আৰু গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ প্ৰথম ভাইচ-চেঞ্চেলাৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ-দেৱে ১৯৫৫ চনত প্ৰায় সোতৰ হেজাৰ টকা চন্দ্ৰকান্ত অভিধানখনৰ পুনৰ প্ৰকাশৰ অৰ্থে আগবঢ়াইছে। ১৯২৬ চনত যোৰহাটত 'চন্দ্ৰকান্ত সন্দিকৈ হল' স্থাপিত হয়। ইয়াতে অসমীয়া সাহিত্য আৰু ভাষাৰ মুখ্য অনুষ্ঠান অসম সাহিত্য সভাৰ প্ৰধান কাৰ্য্যালয়।

সন্দিকৈৰ আন এটা উল্লেখযোগ্য দান হৈছে অসমৰ পুৰাতত্ত্ব আৰু বুৰঞ্জী অধ্যয়ন বিভাগলৈ দিয়া ধন। অসমৰ চুকে-কোণে সিচৰতি হৈ থকা পুৰাতত্ত্ব আৰু বুৰঞ্জীমূলক সম্পদবোৰ উদ্ধাৰ কৰি তাৰ গবেষণা প্ৰণালীবদ্ধভাবে হাতত লবলৈ অসম চৰকাৰে ১৯২৮ চনত এটা বিভাগ স্থাপন কৰে। ইয়াৰ আৰম্ভণি সাধাৰণভাবে হয় আৰু ইয়াৰ স্থায়ী ঘৰ বা অফিচ পোনতে নাছিল। অসমৰ পুৰাতত্ত্ব আৰু বুৰঞ্জী অধ্যয়ন বিভাগৰ গুৰিধৰোঁতা ডাঃ সূৰ্য্যকুমাৰ ভূঞাদেৱে দানবীৰ সন্দিকৈদেৱৰ ওচৰ চাপে আৰু নতুনকৈ স্থাপিত হোৱা চালুকীয়া বিভাগটোৰ অসুবিধা বিবৰি কয়। সন্দিকৈ ডাঙৰীয়াই সজ কামত দান দিবলৈ পিচ হোঁহোঁকা বিধৰ লোক নাছিল। গতিকে তেওঁ উক্ত বিভাগৰ স্থায়ী ঘৰ নিৰ্ম্মাণৰ কাৰণে দহ হেজাৰ টকা দান স্বৰূপে আগবঢ়ায়। গুৱাহাটী কটন কলেজৰ ওচৰতে সেই ধনেৰে ১৯৩৬ চনত 'নাৰায়ণী সন্দিকৈ হিষ্টৰিকেল ইনষ্টিটিউট' নামৰ ঘৰটো,

সজা হয়। এইটোৱে অসম পুৰাতত্ত্ব আৰু বুৰঞ্জী অধ্যয়ন বিভাগৰ প্ৰধান কাৰ্য্যালয়।

শিক্ষাৰ ক্ষেত্ৰতো সন্দিকৈদেৱৰ দান লেখত লবলগীয়া। অসমত ছোৱালীৰ উচচ শিক্ষাৰ কাৰণে আছুতীয়াকৈ এখন কলেজ স্থাপন কৰাৰ কথা বহুদিনৰ পৰা চলি আছিল আৰু সেইমতে গুৱাহাটীত জনচেৰেক শিক্ষাবিদ লোকৰ উদ্যোগত এখনি ছোৱালী কলেজ স্থাপন হ'ল। কিন্তু ধনৰ অভাৱত কলেজখনে গা কৰিব পৰা নাছিল। কলিকতা বিশ্ববিদ্যালয়ে (তেতিয়া অসমত সুকীয়া বিশ্ববিদ্যালয় নাছিল) ছোৱালী কলেজখনৰ কৰ্তৃপক্ষক কেইটামান চৰ্ত্তসাপেক্ষে বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্তি দিব বুলি কলে। কলেজ কৰ্তৃপক্ষ নিৰু-পায়ত পৰিল। তেওঁলোকে দানবীৰ সন্দিকৈৰ ওচৰলৈ গৈ ছোৱালী কলেজখনৰ কথা বিবৰি কোৱাত তৎক্ষণাৎ দহ হেজাৰ টকা দান দিলে। তাৰ ফলত কলেজখনে বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্তি লাভ কৰিলে। কেৱল এয়ে নহয়; পিচত কলেজৰ স্থায়ী ঘৰ সাজিবলৈ ধনৰ আৱশ্যক হোৱাত পুনৰায় সন্দিকৈয়ে ডাঙৰীয়াই ষাঠি হেজাৰ টকা দিয়ে। সন্দিকৈয়ে দিয়া মুঠ সত্তৰ হেজাৰ টকাৰ দানেৰে অসমৰ একমাত্ৰ ছোৱালী কলেজখন গুৱাহাটীত সুপ্ৰতিষ্ঠিত হৈছে। সন্দিকৈৰ স্মৃতিত কলেজখনৰ 'ৰাধাকান্ত সন্দিকৈ ছোৱালী কলেজ' নাম ৰখা হয়। ইয়াৰ উপৰিও কলেজৰ ছাত্ৰীক উৎসাহ দিবলৈ বৃত্তিৰ কাৰণে আৱশ্যকীয় পুঁজিৰ তেওঁ দিহা কৰি থৈ যায়।

সন্দিকৈদেৱে আন আন অনুষ্ঠানতো দান দি গৈছে। কিন্তু ক'ত কিমান টকা সাহায্য কৰিছিল, তাৰ গম কোনেও নাপাইছিল। তেওঁ আড়ম্বৰহীন দানত বিশ্বাস কৰিছিল।

অসমীয়া ভাষা, সাহিত্য, শিক্ষা, পুৰাতত্ত্ব, বুৰঞ্জী আৰু সংস্কৃতিৰ উদ্ধাৰ আৰু উন্নতিৰ কাৰণে দানবীৰ ৰাধাকান্তই যি বদান্যতা দেখু-

ৰাই গৈছে, তাৰ কথা অসমীয়া জাতিয়ে পাহৰিব নোৱাৰে। তেওঁৰ দানসমূহে যে অসমীয়া জাতীয় জীৱনৰ সৌষ্ঠৱ বৃদ্ধিত সহায় কৰি থাকিব তাত কোনো সন্দেহ নাই।

সন্দিকৈ এজনা অসমীয়া আদৰ্শস্থানীয় সম্ভ্ৰান্ত লোক আছিল। তেওঁ অসমীয়া সাহিত্যৰ নীৰৱ সেৱীও আছিল। অসমীয়া ভাষাত তেওঁ বেছি কিতাপ আদি লিখা নাছিল যদিও তেওঁৰ লিখিত 'পদাৰ্থ-বিজ্ঞান' নামৰ বিজ্ঞান-গ্ৰন্থ, 'মূলা-গাভৰু' কাহিনীৰ অৱলম্বনত লিখা নাট-ৰচনাই সন্দিকৈৰ অসমীয়া ভাষাত হাত থকা প্ৰমাণ কৰিছিল। তেওঁ শৃঙ্খলাবদ্ধ কাৰ্য্য-প্ৰণালী ভাল পাইছিল। থকা-মিলা, পিন্ধন-উৰণত পৰিপাটি আছিল। তেওঁ তলতীয়া কৰ্ম্মচাৰী বা ঘৰৰ লগুৱাৰ প্ৰতি বৰ দয়াশীল আছিল।

তেওঁৰ মৃত্যুৰ সময়লৈ বিশেষ অসুখ হোৱা নাছিল। বুঢ়া বয়সৰ দুৰ্ব্বলতাই তেওঁৰ শৰীৰ ক্ৰমান্বয়ে শক্তিহীন কৰিছিল। ১৯৫২ চনৰ ২৬ জানুৱাৰীৰ দিনা ৰাতি ডেৰ বজাত তেওঁৰ যোৰহাটৰ নিজা তিৰুৱাল চাহ-বাগিচাত থকা বঙলাত দানবীৰ সন্দিকৈ ৯৫ বছৰ বয়সত পৰলোক হয়।

———— —— ——

# শিক্ষাবিদ শৰৎচন্দ্ৰ

অসম এখন সমস্যাবহুল ৰাজ্য। ইয়াৰ সমস্যাবোৰ জটিল। তাতে ৰাজ্যখনৰ জনসংখ্যাৰ ভেটিত এই সমস্যাবোৰ সমাধানৰ কাৰণে চিন্তা কৰা আৰু কাম কৰা লোকৰ সংখ্যা তেনেই তাকৰ। যিজনে হয়তো চৰকাৰী চাকৰি কৰে, তেওঁ ৰাজ্যখনৰ সমস্যাবোৰৰ কথাও ভাবিব লাগে। সেই কাৰণে অসমৰ সমস্যাবোৰ নিয়াৰিকৈ চিন্তা কৰা লোক অতি কম। তথাপি যি কেইজনে চিন্তা কৰে তেওঁ-লোকৰ একাগ্ৰতা, পৰিশ্ৰম সঁচাকৈয়ে শলাগিবলগীয়া। স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীদেৱ আছিল তাৰে এজন। তেওঁ অসমীয়া ভাষা আৰু সাহিত্যৰ হকে, ৰাজ্যৰ শিক্ষা-প্ৰশাসনৰ অৰ্থে যিখিনি কৰি থৈ গৈছে, তাৰ কাৰণে অসমীয়া জাতি তেওঁৰ ওচৰত ঋণী থাকিব।

শৰৎচন্দ্ৰ গোস্বামীৰ ঘৰ নলবাৰী সত্ৰত। তেওঁৰ পূৰ্বপুৰুষ সকল সুদূৰ গৌড় দেশৰ পৰা কামৰূপলৈ আহিছিল। এই পৰিয়াল-টোত কেবাগৰাকী সংস্কৃতজ্ঞ পণ্ডিতৰ জন্ম হৈছিল। সেইসকলৰ ভিতৰত মাধৱ কন্দলী আৰু ৰামসৰস্বতী আছিল। শৰৎচন্দ্ৰৰ পিতাক ললিত চন্দ্ৰ গোস্বামীও এজন সংস্কৃতৰ অধ্যাপক আছিল। পৰিয়ালটো বৰ দুখীয়া আছিল।

১৮৮৭ চনৰ ১২ মেই তাৰিখে শৰৎচন্দ্ৰৰ জন্ম হয়। ঘৰতে তেওঁৰ প্ৰথম শিক্ষাৰম্ভ হয়। তাৰ পিচত নলবাৰী মজলীয়া স্কুলত ভৰ্ত্তি কৰি দিয়া হয়। তাত তেওঁ বৃত্তি লাভ কৰে। তেতিয়া ইংৰাজী পঢ়াৰ ব্যৱস্থা নলবাৰীত নাছিল। যেয়ে ইংৰাজী শিক্ষা পাবৰ ইচ্ছা কৰিছিল, তেওঁ গুৱাহাটীলৈ আহিবৰ বাধ্য হৈছিল।

ইপিনে গুৱাহাটীলৈ অহা-যোৱাৰ কোনো ব্যৱস্থাও নাছিল। আজি-কালিৰ দৰে ৰেল, মটৰ আদি নাছিল। গতিকে নলবাৰীৰ পৰা গুৱাহাটীলৈ দুৰ্গম বাটেদি খোজ কাঢ়ি বা নাৱেৰে আহিব লগাত পৰিছিল। পিতাকে শৰৎচন্দ্ৰক গুৱাহাটীলৈ আনি কলেজিয়েট হাইস্কুলত নাম লিখি দিয়ে। তেওঁ নিজে সংস্কৃত টোলৰ অধ্যাপক আছিল যদিও শৰৎচন্দ্ৰৰ মেধাশক্তিৰ চিন পাই উচচ শিক্ষাৰ কাৰণে পঠালে। স্কুলত থকা কালতেই শৰৎচন্দ্ৰই সাহিত্য চৰ্চা কৰিছিল। চুটি গল্প, হাতেলিখা আলোচনী আদি সম্পাদন কৰিছিল। তেওঁৰ এই সাহিত্যৰ ৰাপ পিচত তেওঁৰ মনত ডাঠ হৈছিল গুণে তেওঁ সাহিত্য-সেৱা কৰিবলৈ এৰা নাছিল।

নানান অভাৱ-অভিযোগৰ মাজেদি আৰু নিজে লাভ কৰা বৃত্তিৰ টকাৰে শৰৎচন্দ্ৰই এফ-এ পাছ কৰে। তাৰ পাচত তেওঁৰ বিবাহ হয়। বি-এ পঢ়িবলৈ কলিকতালৈ যায়। কিন্তু টকাৰ নাটনি গুচা নাছিল। তেওঁ স্কুলত পঢ়ি থকা অৱস্থাতে তেওঁৰ পিতাক ঢুকায়। গতিকে তেওঁৰ অধ্যয়নৰ সকলো ভাৰ তেওঁৰ অগ্ৰজ পণ্ডিত শ্ৰীপ্ৰতাপ চন্দ্ৰ গোস্বামীৰ ওপৰত পৰে। কলিকতাত পঢ়ি থাকোঁতে তেওঁ ধাৰ-ধুপাৰ কৰিব লগাত পৰিছিল। ১৯০৮ চনত তেওঁ বি-এ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু এম-এ পঢ়িবলৈ মন মেলে। এম-এ শ্ৰেণীত নামো লিখিলে। খৰচ উলিওৱাৰ মনেৰে কলিকতাৰ এখন ছপাখানাত চাকৰিও কৰিছিল। ইতিমধ্যে তেওঁ অসম চৰকাৰৰ স্নাতকোত্তৰ শ্ৰেণীৰ বৃত্তিৰ কাৰণে দৰ্খাস্ত কৰিছিল; কিন্তু তেওঁ বৃত্তি নাপালে। তেতিয়াৰ শিক্ষাবিভাগৰ ডিৰেক্টৰ কানিংহাম চাহাবে শৰৎচন্দ্ৰলৈ এই বুলি লিখি পঠালে যে তেওঁ স্নাতকোত্তৰ বৃত্তি দিব নোৱাৰি বৰ দুখিত। পিচে ইচ্ছা কৰিলে শৰৎচন্দ্ৰই শিক্ষাবিভাগত ডেপুটি ইনিস্পেক্টৰৰ কাম এটা লব পাৰে। শৰৎচন্দ্ৰইও অভাৱ-

অভিযোগৰ কাৰণে এম-এ পঢ়াত বেমেজালি দেখি ১৯০৮ চনত ডেপুটি ইনিস্পেক্তৰৰ কাম লয় আৰু প্ৰথমতে নগাৱঁত কাম কৰে। তাৰ পিচত তেওঁ মঙ্গলদৈ আৰু শেহত যোৰহাটলৈ বদলি হয়। যোৰহাটত থকা নৰ্ম্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট পদত তেওঁক মকৰল কৰা হয়। তেতিয়া তেওঁৰ মাত্ৰ ২৭ বছৰ বয়স হৈছিল। ইতি-মধ্যে তেওঁ ঢাকাত সুখ্যাতিৰে বি-টি পাছ কৰি আহে। নৰ্ম্মাল স্কুলৰ গুৰিয়াল হৈ তেওঁ এই অনুষ্ঠানটিক নতুন ৰূপ দিয়ে। তেতিয়াৰ পৰা তেওঁ অৱসৰ পোৱালৈকে যোৰহাটতে থাকে। তেওঁ অসম উপত্যকাৰ স্কুলবিভাগৰ ইনিস্পেক্তৰ পদত নিগাজীকৈ নিয়োগ হয়। শৰৎচন্দ্ৰ গোস্বামী পোনপ্ৰথমে অসমীয়াৰ ভিতৰত স্কুলবিভা-গৰ ইনিস্পেক্তৰ পদত উঠে। স্কুলবিভাগৰ এই পদটো আগেয়ে ইংৰাজ কৰ্ম্মচাৰীৰ কাৰণে আছুতীয়াকৈ ৰখা আছিল।

যোৰহাটত থকাৰ লগে লগে শৰৎচন্দ্ৰৰ কাৰ্য্যাৱলীৰ পৰিসৰ বৃদ্ধি পায়। তেওঁৰ বহুমুখী প্ৰতিভা তিনিটা প্ৰধান বিষয়ত প্ৰকাশ পাবলৈ ধৰে। প্ৰথম, তেওঁ শিক্ষা বিভাগটোৰ জৰীয়তে অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচলন কেনেকৈ হয় তাৰ বাবে সুচিন্তিত আঁচনি হাতত লয়; দ্বিতীয়, অসম সাহিত্য সভা পাতি অসমৰ পৰ্ব্বত-ভৈয়ামত অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ ব্যাপক অভিযান চলায় আৰু তৃতীয়, অসমৰ স্কুলবোৰত যথাযোগ্য পাঠ্যপুথিৰ দিহা কৰি অসমীয়া ভাষাৰ পুথি সংকলন আৰু প্ৰকাশ কৰাৰ ব্যৱস্থা কৰে।

শৰৎচন্দ্ৰই শিক্ষা-বিভাগত সোমাই অসমীয়া ভাষা আৰু সাহিত্যৰ ভৱিষ্যত কেনেকুৱা তাৰ গম পালে। তেতিয়াৰ দিনত একপিনে অসমৰ শিক্ষা-বিভাগৰ বৰমুৰীয়াসকল হয় ইংৰাজ নহয় বঙালী। আন পিনে অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি তৎকালীন চৰকাৰৰ উদাসীনতা। অসমৰ স্কুলবোৰত অসমীয়া ভাষাৰ লাগতিয়াল পুথিৰ অভাৱ। তাৰ

লগতে অসমৰ পৰ্ব্বতীয়া অঞ্চলত বিশেষকৈ নগা পাহাৰ, গাৰো-পাহাৰ, লুচাই পাহাৰত বিদেশী মিচনাৰীসকলে ৰঘুমলা বিয়পাদি আগুৰি পেলাইছে। এই সন্ধিক্ষণত অসমীয়া ভাষা আৰু সাহিত্যক জীয়াই ৰাখে কেনেকৈ ?—এয়ে হল শৰৎচন্দ্ৰ গোস্বামীৰ আগত ডাঙৰ আৰু প্ৰধান প্ৰশ্ন। যি হওক, তেওঁ মনটোক হতাশ হব দিয়া নাছিল। সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবলৈ খিৰ কৰিলে। শৰৎচন্দ্ৰই এহাতে ওপৰৱালা কৰ্ম্মচাৰীসকলক হাতত ৰাখিছিল, আনহাতে অসমৰ মুখীয়াল সাহিত্যিক আৰু চহকী লোকসকলৰ অসমীয়া ভাষা সাহিত্যৰ প্ৰতিকূল সমস্যাবোৰলৈ মনোযোগ আকৰ্ষণ কৰিলে। এই উদ্দেশ্যে তেওঁ অসম সাহিত্য সভা প্ৰতিষ্ঠা কৰিছিল। তেওঁ অসমীয়া ভাষা-সাহিত্যৰ ভবিষ্যত ছবিখন ভালকৈ দেখিছিল। শৰৎ-চন্দ্ৰই যি সময়ত মাতৃ-ভাষাৰ সেৱা কৰিবলৈ বিবিধ পন্থা লৈছিল, সেই কালছোৱা দৰাচলতে অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিত এটা দুৰ্যোগৰ সময় আছিল। স্বাৰ্থজড়িত লোকে চৰকাৰী মহলত এনে অভিযোগ আনিছিল যে শৰৎচন্দ্ৰই শিক্ষাবিভাগৰ পদবীৰ সুবিধা লৈ অসমীয়া ভাষাৰ প্ৰতি অস্বাভাবিক আগ্ৰহ দেখুৱাইছিল আৰু তাৰ প্ৰচাৰৰ কাৰণে চেষ্টা কৰিছিল কিন্তু তেওঁ এই অভি-যোগত আতঙ্কিত হোৱা নাছিল। গোৱালপাৰা জিলাত অসমীয়া প্ৰচলনৰ বাবে মেচপাৰাৰ জমিদাৰ আৰু সুসাহিত্যিক স্বৰ্গীয় নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সহযোগ লৈছিল। গোৱালপাৰাৰ দাঁতি-কাষৰীয়া গাৰোপাহাৰৰ কিছু ঠাইতো স্কুল আদি পাতি অসমীয়া ভাষা প্ৰচলনৰ ব্যৱস্থা কৰিছিল। শৰৎচন্দ্ৰই অসম সাহিত্য সভাৰ যোগেদি কেনেকৈ শিশু-সাহিত্য, অসমীয়া অভিধান, সাহিত্য-সভাৰ মুখ-পত্ৰ আৰু বিভিন্ন পুথি প্ৰকাশ কৰিছিল, তাক তেওঁৰ সংক-লিত 'অসমীয়া সাহিত্যৰ কথা'ত সকলো বিবৰি থৈ গৈছে। অসম

সাহিত্য সভাৰ কথা আজোকোপতি প্ৰকাশ হোৱা নাই। প্ৰকাশ হলে অসমীয়া জাতিৰ সাংস্কৃতিক জীৱনৰ চেৰ কথা ৰাইজে জানিব পাৰিব।

শৰৎচন্দ্ৰ এজন ভাল লিখক আছিল। তেওঁৰ বিভিন্ন লিখাবোৰ 'অসম বান্ধৱ,' 'চেতনা' আৰু কেবাখনো চুটিগল্পৰ কিতাপত পোৱা যায়। তেওঁ অসমৰ প্ৰাচীন সংস্কৃতিৰ এজন নীৰৱ ছাত্ৰ আছিল। কামৰূপ অনুসন্ধান সমিতিৰ লগত তেওঁ ঘনিষ্ঠভাবে জড়িত আছিল। 'জৰ্ণেল অব্ দি আসাম বিচাৰ্চ চ'চাইটি' নামৰ পুৰাতত্ব আৰু সংস্কৃতি-মূলক আলোচনীৰ সম্পাদনৰ ভাৰো তেওঁ লৈছিল। অসমত সিচ-ৰত্তি হৈ পৰি থকা বিয়ানাম, আইনাম, লোক-গীত আদি উদ্ধাৰ কৰিবলৈ তেওঁ বহুতক উৎসাহ আৰু সহায় দিছিল। বিশেষকৈ তেওঁ নৰ্ম্মাল স্কুলত থকা কালত শিক্ষকসকলৰ দ্বাৰাই এনেবোৰ কাৰ্য্য কৰাইছিল। তাৰোপৰি শিলৰ মূৰ্ত্তি, পুৰণি পুথি আদি উদ্ধাৰ কাৰ্য্যত শৰৎচন্দ্ৰই আগভাগ লৈছিল।

ভাষা বিষয়ত শৰৎচন্দ্ৰই সংস্কাৰ বিচাৰিছিল। অসমীয়া ভাষাত টাইপ ৰাইটাৰ প্ৰচলনৰ উদ্দেশ্যে তেওঁ অসমীয়া ভাষা সহজ আৰু সৰল কৰিবলৈ কেতবোৰ পৰামৰ্শ আগবঢ়াইছিল। সেইবোৰৰ ভিতৰত তেওঁ অসমীয়া দ্বিত্ব বৰ্ণ গুচাবলৈ চেষ্টা কৰে। হিন্দী ভাষাৰ প্ৰচলনৰ কাৰণে গোস্বামীয়ে কাম হাতত লৈছিল, কিন্তু তেওঁৰ অকাল মৃত্যুত সেই আকাঙ্ক্ষা সম্পূৰ্ণ নহল।

অসমত পৰ্ব্বত-ভৈয়ামৰ মাজত সম্প্ৰীতি স্থাপনৰ আৱশ্যকতা গোস্বামীয়ে দকৈ অনুভৱ কৰিছিল। সেই ঠাইবোৰত বিদেশী মিচনাৰী আৰু তেতিয়াৰ দিনৰ শাসনৰ চোকা নজৰৰ কাৰণে জনজাতিসকলৰ মাজত সোমাই অসমীয়া ভাষা-সাহিত্যৰ প্ৰচাৰ কৰা একপ্ৰকাৰে অসম্ভৱ আছিল, কিন্তু শৰৎচন্দ্ৰই নানা বুদ্ধিৰে সেই-

বোৰ ঠাইত স্কুল পাতি তালৈ অসমীয়া শিক্ষক পঠিয়াই কাম সিদ্ধি কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল।

শৰৎচন্দ্ৰই অসমত শিক্ষা প্ৰচলনৰ কাৰ্য্যকৰী আঁচনি তৈয়াৰ কৰিছিল। কংগ্ৰেছী যুক্ত মন্ত্ৰীসভাৰ আমোলত অসমত প্ৰাইমাৰী আৰু জনশিক্ষাৰ আঁচনি তেৱেঁই ৰচনা কৰিছিল।

অসম বিশ্ববিদ্যালয় আন্দোলনৰ অন্যতম কৰ্ম্মী হিচাপে গোস্বামী দেৱৰ প্ৰচেষ্টা লেখত লবলগীয়া। লোকপ্ৰিয় বৰদলৈদেৱে অসমত যেতিয়া এখন স্বকীয়া বিশ্ববিদ্যালয় পাতিবলৈ দৃঢ় সঙ্কল্প ললে, তেতিয়া তেওঁ গোস্বামীদেৱক তেওঁৰ প্ৰধান পৰামৰ্শদাতা হিচাপে লৈছিল। অসমত স্বকীয়া বিশ্ববিদ্যালয় স্থাপন কৰা বিষয়ত নানান বিধিপথালি দেখা দিছিল ; তাৰ ভিতৰত বিশ্ববিদ্যালয়ৰ নামটো আৰু তাক কোন ঠাইত পতা হব সেই বিষয়ে স্বাৰ্থপৰ কিছুমান লোকে বিপৰীত মনোভাব পোষণ কৰি আহিছিল। শৰৎচন্দ্ৰ গোস্বামীদেৱেই বিশ্ববিদ্যালয়টোৰ নাম "গুৱাহাটী বিশ্ববিদ্যালয়" দি অসমৰ শিক্ষা আৰু সংস্কৃতিৰ কেন্দ্ৰ স্বৰূপ গুৱাহাটী চহৰতে পাতিবলৈ পৰামৰ্শ দিয়ে। সেই পৰামৰ্শানুযায়ী বিশ্ববিদ্যালয়ৰ নাম 'গুৱাহাটী বিশ্ববিদ্যালয়' থোৱা হয়। অসমত বিশ্ববিদ্যলয় আন্দোলনৰ গুৰিধৰোতা লোকপ্ৰিয় বৰদলৈদেৱে গোস্বামীৰ হাতত বিশ্ববিদ্যালয়ৰ প্ৰাথমিক কামৰ দায়িত্ব দিব খুজিছিল কিন্তু গোস্বামীৰ অকাল আৰু আকস্মিক মৃত্যুৱে সেইটো হৈ উঠিব নিদিলে।

১৯৪৪ চনৰ ডিচেম্বৰ মাহত তেওঁ নিখিল ভাৰত বুৰঞ্জী সন্মিলনলৈ অসমৰ প্ৰতিনিধি হিচাপে উদয়পুৰলৈ যায়। তাৰ পৰা তেওঁ আন আন তীৰ্থ-স্থান ঘূৰি দিল্লীত উপস্থিত হয়। কিন্তু কালৰ কুটিলা গতি। ডিচেম্বৰৰ ১৯ তাৰিখে হঠাৎ অসুখ হৈ দিল্লী নগৰীত

তেওঁৰ পৰলোক প্ৰাপ্তি হয়। মৃত্যুৰ সময়ত তেওঁৰ বয়স ৫৭ বছৰ হৈছিল। তেওঁৰ সহধৰ্ম্মিণী তেওঁৰ লগতে আছিল।

শৰৎচন্দ্ৰৰ অকালমৃত্যুত অসমে এজনা পৰম বিদ্যোৎসাহী, অসমীয়া ভাষা আৰু সাহিত্যৰ আশাশুধীয়া সেৱক, এজন সংগঠনশীল কৰ্ত্তব্য-পৰায়ণ লোক হেৰুৱালে। যি সময়ত নতুন অসমে বিভিন্ন ভূমিকাত সাজপাৰ লৈ পৰ্ব্বত-ভৈয়ামৰ বন্ধুত্বৰ ডোলেৰে জাতীয় জীৱন গঢ়াত প্ৰধান আৰু উৎসাহী লোকৰ উপদেশ আৰু কৰ্ম্মশক্তি পাব লাগিছিল সেই সন্ধিক্ষণতে শৰৎচন্দ্ৰ গোস্বামীৰ পৰলোক হল।

— — — —

# ত্যাগবীৰ হেমচন্দ্ৰ

"আন্দোলনেই আন্দোলনৰ সাফল্য। ই জাতিক স্বাধীনতাৰ চৰম যুদ্ধৰ কাৰণে শিক্ষা, শক্তি আৰু একাগ্ৰতা দিছে —তৈয়াৰ কৰিছে।"

—হেম বৰুৱা

স্বনামধন্য হেমচন্দ্ৰ বৰুৱা ভাৰতৰ স্বাধীনতা যুদ্ধৰ এজনা প্ৰথম শ্ৰেণীৰ সৈনিক আছিল। তেওঁৰ ত্যাগ, কৰ্ম্মশক্তি আৰু দূৰদৰ্শিতা গুণৰ কাৰণে সকলোৱে তেওঁক ত্যাগবীৰ হেম বৰুৱা বুলি জানিছিল।

তেওঁৰ ঘৰ আছিল তেজপুৰত। গুৰিতে নগাওঁ জিলাৰ ৰহাৰ পৰিয়াল আছিল। দেউতাকে চাকৰি কৰিছিল তেজপুৰত আৰু তেতিয়াৰ পৰা তাতেই নিগাজীকৈ বসতি কৰিছিল। ১৮৯৩ চনৰ এপ্ৰিল মাহৰ ২৫ তাৰিখে হেম বৰুৱাৰ জন্ম হয়। বাপেকৰ নাম আছিল পোৱালচন্দ্ৰ বৰুৱা আৰু মাতৃদেবীৰ নাম আছিল পদ্মাৱতী বৰুৱা।

ছাত্ৰ হিচাপে হেম বৰুৱা মেধাবী আছিল; কিন্তু গণিত বিষয়ত তেওঁ বৰ কেঁচা আছিল। ইংৰাজী, ইতিহাস আৰু অসমীয়াত তেওঁ বৰ চোকা আছিল। গণিতত তেওঁৰ জ্ঞান কম থকা কাৰণে এবাৰ দুবাৰকৈ হেম বৰুৱাই তিনিবাৰ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হব পৰা নাছিল। কিন্তু এই অকৃতকাৰ্য্যতাই তেওঁক হতাশ কৰিব পৰা নাছিল; বৰং তেওঁ বিশ্বাস কৰিছিল যে এজন ছাত্ৰ এটা বিষয়ত কেঁচা হলেই সেইজন ছাত্ৰৰ প্ৰতিভা কম বুলি কব নোৱাৰি। তিনিবাৰ পৰীক্ষাত পৰাজয় হৈও হেম বৰুৱাই মনৰ দৃঢ়তা আৰু ধৈৰ্য্য

হেৰুওৱা নাছিল। তেজপুৰ স্কুলৰ পৰা হেম বৰুৱাই প্ৰৱেশিকা পৰীক্ষাত পাছ কৰিব নোৱাৰি বৰপেটাত তেওঁৰ ককাইদেৱেক এজনৰ লগত থাকি বৰপেটা উচ্চ ইংৰাজী স্কুলৰ পৰা পৰীক্ষা দিয়ে। ১৯১৫ চনত তাৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজত তেওঁ কলা-বিভাগত ভৰ্ত্তি হয়। গণিত বিষয় বাদ দিয়াৰ



ত্যাগবীৰ হেমচন্দ্ৰ

পিচত কলেজত তেওঁ এজন প্ৰতিভাৱান ছাত্ৰ হিচাপে পৰিগণিত হ'ল। ১৯১৯ চনত ইংৰাজী বিষয়ত 'অনাৰ্চ' লৈ বি-এ পৰীক্ষা পাছ কৰে। তাৰ পিচত গুৱাহাটী আৰ্ল ল কলেজত (এতিয়া গুৱাহাটী বিশ্ববিদ্যালয় ল কলেজ) আইন শিক্ষা লাভৰ কাৰণে ভৰ্ত্তি হয়।

স্কুলত থকা অৱস্থাৰে পৰা হেম বৰুৱা স্বাধীনচেতা লোক আছিল। ছাত্ৰ সমাজত তেওঁ এজন নেতা বুলি জনাজাত হৈছিল; বিশেষকৈ

কটন কলেজত ১৯১৮ চনত ছাত্র সন্থাৰ সম্পাদক হোৱাৰ লগে লগে ছাত্র আন্দোলনত তেওঁ আগৰণুৱা আছিল। সেই সময়ত অসম ছাত্র সন্মিলনখন আছিল অসমৰ ছাত্র সম্প্ৰদায়ৰ প্ৰধান অনুষ্ঠান। প্ৰকৃততে এই অনুষ্ঠানৰ যোগেদি অসমৰ মেধাবী ছাত্রসকলে বিভিন্ন ভূমিকাৰ যোগেদি মেধা আৰু কৰ্ম্মশক্তিৰ পৰিচয় দিব পাৰিছিল। ১৯১৯ চনত বহা অসম ছাত্র সন্মিলনৰ গোলাঘাট অধিবেশনত হেম বৰুৱা সম্পাদক নিৰ্ব্বাচিত হয়। এই সন্মিলনত ছাত্র-আন্দোলনে নতুন ৰূপ লয়। পুৰণি আবেদন নিবেদন নীতিৰ ঠাইত সন্মিলনে প্ৰগতিমূলক নীতি লবলৈ সিদ্ধান্ত কৰে। আচলতে ১৯১৯ চনৰ পৰা ১৯৩২ চনলৈ অৰ্থাৎ যিছোৱা কালত দেশে স্বাধীনতা আন্দোলনৰ সক্ৰিয় নীতি গ্ৰহণ কৰিছিল সেই কালছোৱাতে অসম ছাত্র-সন্মিলনে দেশৰ আহবানৰ লগত খাপখোৱাকৈ প্ৰগতিমূলক নিৰ্দ্দিষ্ট আঁচনি লয়; এই আঁচনিৰ যোগেদি অসমীয়া সাহিত্য বিষয়তো সেই সময়ৰ মেধাবী ছাত্রসকলে মাতৃভাষাৰ সেৱা কৰিবলৈ সুযোগ পাইছিল।

১৯২০ চনৰ ৪ চেপ্তেম্বৰত 'পাঞ্জাব-কেশৰী' লালা লাজপাত ৰায়ৰ সভাপতিত্বত কলিকতাত বহা কংগ্ৰেছ অধিবেশনে মহাত্মা গান্ধীৰ উত্থাপিত অসহযোগ আন্দোলনৰ প্ৰস্তাৱ লয়। সেই বছৰৰে ডিচেম্বৰত নাগপুৰত কংগ্ৰেছৰ অধিবেশন বহি কলিকতাত গৃহীত অসহযোগ আন্দোলনৰ সিদ্ধান্ত সমৰ্থন কৰে। নাগপুৰ কংগ্ৰেছৰ অধিবেশনলৈ অসমৰ ছাত্র কেবাগৰাকীও গৈছিল। ১৯২১ চনৰ লগে লগে অসহযোগ আন্দোলনে দেশত হৈ-চৈ লগায়। ছাত্রই স্কুল-কলেজ বৰ্জ্জন কৰাৰ কথাও স্থিৰ হল। সেই সময়ত হেম বৰুৱা ল কলেজৰ ছাত্র। প্ৰথমতে তেওঁ কলেজ বৰ্জ্জন কৰাৰ পক্ষপাতী নাছিল। ইতিমধ্যে ১৯২১ চনৰ ৩০ চেপ্তেম্বৰৰ দিনা দেশভক্ত তৰুণৰাম ফুকনৰ ভৰলু-

মুখৰ ঘৰত এখন বিৰাট ৰাজহুৱা সভা বহে। তাত দেশভক্ত ফুকন আৰু কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দুয়ো বক্তৃতা দিয়ে। তাত বক্তৃতা শুনি হেম বৰুৱাই ল কলেজ বৰ্জ্জন কৰি অসহযোগ আন্দোলনত যোগ দিবলৈ সিদ্ধান্ত কৰে। তেতিয়া তেজপুৰ জিলা কংগ্ৰেছ কমিটীৰ সভাপতি আছিল শ্ৰীঅমিয়কুমাৰ দাস। দুয়ো পৰম বন্ধু। হেম বৰুৱাই দেশৰ যুঁজত যোগ দিলে। ১৯২১ চনৰ ডিচেম্বৰ মাহত তেওঁৰ চাৰে পাঁচমাহ সশ্ৰম কাৰাদণ্ড হয়। জেলত তেওঁক ঘানি মৰাৰ দৰে টান কামবোৰ কৰিবলৈ দিছিল। ১৯২২ চনত তেওঁ জেলৰ পৰা ওলাই আহিল। কিন্তু দেশত কৰ্ম্মীসকলৰ মাজত এটা নৈৰাশ্যৰ ভাব দেখা দিছিল। আনকি অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰে সম্পাদকৰ ভাৰ লবলৈ এজন লোক পোৱা টান হৈ পৰিছিল। অৱশেষত সকলোৱে হেম বৰুৱাৰ ওপৰতে সম্পাদকৰ দায়িত্ব জাপি দিয়ে। ১৯২২ চনত ইতিমধ্যে কংগ্ৰেছ নেতা সকলৰ মাজত স্বৰাজ্য-দল গঠন হ'ল। এই দলৰ উদ্দেশ্য হ'ল কাউন্সিলত প্ৰৱেশ কৰি চৰকাৰী আমোলৰ বিৰোধিতা কৰা। অসমৰ তৰফেও দেশভক্ত ফুকন আদি স্বৰাজ্য দলৰ সমৰ্থক হ'ল। হেম বৰুৱা এই সমৰ্থকসকলৰ অন্যতম আছিল। সেই সময়ত কংগ্ৰেছপ্ৰাৰ্থী হিচাপে লোক পোৱা টান আছিল। কিন্তু আমাৰ নেতাসকলে হেম বৰুৱাকে প্ৰাৰ্থী বাছনিৰ ভাৰ দিছিল আৰু এই বিষয়ত বৰুৱাই কৃতকাৰ্য্যতাৰে কাম কৰিছিল।

১৯২২ চনৰ পৰা ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়লৈকে অসমৰ ডেকা কংগ্ৰেছকৰ্ম্মীসকলৰ মাজলৈ এটা অৱসাদ আহে। এইটো উল্লেখযোগ্য যে হেম বৰুৱা আৰু শ্ৰীঅমিয়কুমাৰ দাসে নিজৰ ভাতমুঠি আৰু কংগ্ৰেছ অধিবেশনলৈ অহা-যোৱাৰ খৰচখিনি উলিয়াবৰ কাৰণে গুৱাহাটীত এখন সাধাৰণ চাউল-দাইলৰ

দোকান দিবলৈ বাধ্য হৈছিল। অৱশ্যে দোকান বেছি দিন নিচিকিল। ১৯২৪ চনত হেম বৰুৱাই কলিকতালৈ গৈ আইন-শিক্ষা সম্পূৰ্ণ কৰে আৰু ১৯২৫ চনৰ জুলাইত বি-এল পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯২৬ চনৰ আগ ভাগৰ পৰা কিছুদিন গুৱাহাটীত ওকালতি ব্যৱসায় আৰম্ভ কৰিছিল। কিন্তু ইয়াত তেওঁ মন বহুৱাব নোৱাৰিলে। তেওঁৰ মনটোৱে দেশৰ মুক্তি-আন্দোলনৰ বাহিৰে আন কোনো কথা ভাবিব নোৱাৰিছিল। তাৰ কাৰণেই তেওঁ অবিবাহিত হৈ থাকি দৰিদ্ৰতাৰ লগত যুঁজ কৰি জীৱন কটাইছিল।

গান্ধীজীৰ নেতৃত্বত হোৱা ১৯৩০ চনৰ আইন অমান্য আন্দোলনে মুক্তিযুদ্ধৰ সৈনিক হেম বৰুৱাক আকৌ নতুন আহ্বান জনালে। আচলতে কবলৈ গলে ১৯৩০ চনৰপৰা তেওঁৰ মৃত্যুলৈকে অৰ্থাৎ ১৯৪৫ চনৰ আগষ্ট মাহলৈকে অসমৰ কংগ্ৰেছ আন্দোলনৰ গুৰিধৰোতা আছিল হেম বৰুৱা। এই কালছোৱাৰ অসমৰ মুক্তি—সংগ্ৰামৰ কথা ভাবিলে প্ৰথমতেই হেম বৰুৱাৰ কথা মনত পৰে। ১৯৩০ চনৰ অসহযোগ আন্দোলনত যেনেকৈ বৰুৱাই সুচাৰুৰূপে সংগঠন কৰি অসমৰ মৰ্য্যাদা ৰক্ষা কৰিছিল, সেইদৰে ১৯৪২ চনৰ গণ-আন্দোলনো তেওঁ অতি দক্ষতাৰে চলাইছিল। ১৯৩৪ চনৰপৰা তেওঁৰ স্বাস্থ্য ভাগি পৰে। তেওঁ বহুমূত্ৰ ৰোগত ভুগিছিল। তথাপি তেওঁ কংগ্ৰেছক তেওঁৰ স্বাস্থ্যতকৈ বেছি ভাল পাইছিল। সেই কাৰণে ভগ্ন স্বাস্থ্য লৈও তেওঁ নিজে সজা উজান বজাৰত অসম প্ৰাদেশিক কংগ্ৰেছৰ ঘৰত থাকি সংগ্ৰাম চলাইছিল। ১৯৪৩ চনত হঠাতে পৰি আঁঠুৰ ঘিলাটো ভাগিছিল। ক্ৰমান্বয়ে তেওঁৰ শাৰীৰিক অৱস্থা বেয়াৰ ফালে ঢাল খাবলৈ ধৰে আৰু ১৯৪৫ চনৰ ১১ আগষ্টৰ ৰাতি ৯ মান বজাত বিখ্যাত চিকিৎসক ডাঃ ভুবনেশ্বৰ বৰুৱাৰ গুৱাহাটীৰ ঘৰত হেম বৰুৱাই ইহসংসাৰ ত্যাগ কৰে।

হেম বৰুৱা সঁচাকৈয়ে 'ত্যাগবীৰ' আছিল। সংসাৰৰ মায়া-

মোহৰ প্ৰতি তেওঁৰ কিঞ্চিৎমানো স্পৃহা নাছিল। তেওঁ জানিছিল কেৱল দেশখনক, কংগ্ৰেছ অনুষ্ঠানটিক। তেওঁৰ সহকৰ্ম্মীসকলে আইন সভালৈ যোৱা বা পালিয়ামেণ্টৰী ৰাজনীতিৰ কথা ভাবিছিল। হেম বৰুৱাই কিন্তু এই নীতিত বিশ্বাস নকৰিছিল, অন্ততঃ দেশখন যেতিয়ালৈকে স্বাধীন নহৈছিল। অৱশ্যে সহযোগীসকলক তেওঁ বহুমূলীয়া উপদেশ দিছিল।

ত্যাগবীৰৰ গুণৰাশিৰ ভিতৰত আছিল তেওঁৰ কৰ্ত্তব্যনিষ্ঠা। তেওঁ যি কামতে লাগিছিল তাক নিয়াৰিকৈ কৰিছিল। তেওঁ যদিও গান্ধীজীৰ অহিংস আন্দোলনৰ এজন সৈনিক আছিল. তেওঁ সকলো কামকে প্ৰকৃত এজন সৈনিকৰ দৰে নিয়মানুবৰ্ত্তিতা আৰু চৰিত্ৰৰ বলেৰে সমাধা কৰিবলৈ চেষ্টা কৰিছিল। তেওঁৰ আন এটা গুণ আছিল যে তেওঁ মানুহ ভালদৰে চিনি পাইছিল অৰ্থাৎ কোনজন লোক কি কামৰ লায়ক আছিল, তাক তেওঁ ভালকৈ জানিছিল। হেম বৰুৱাই কেতিয়াও নীতিৰ বাহিৰলৈ গৈ কোনো কামৰ সিদ্ধান্ত নিবিচাৰিছিল। ৰাজনৈতিক জীৱনত তেওঁ বিৰোধী পন্থীক লাই নিদিছিল। তেওঁ এজন প্ৰকৃত গান্ধীবাদী আছিল।

হেম বৰুৱাৰ মৃত্যুত অসমে এজন সুসন্তান হেৰুৱাইছে। মুক্তি সংগ্ৰামত তেওঁ আগ ভাগ লৈ দেশৰ স্বাধীনতা আন্দোলনত অৰিহণা যোগাইছিল। স্বাধীনতাৰ উত্তৰ-কালত দেশ গঢ়াৰ সময়ত তেওঁ বহুমুখী গুণাৱলীৰ দ্বাৰা অসমক সেৱা কৰিবলৈ নাপালে। তথাপি এইটো সকলোৱে স্বীকাৰ কৰিব লাগিব যে তেওঁ আছিল স্বাধীনতা যুঁজৰ এজন সৈনিক আৰু সৈনিকৰ দৰেই জীৱনটো কটাইছিল।

হেম বৰুৱা এজন সহৃদয় বন্ধু আৰু অমায়িক ভদ্ৰলোকো আছিল। তেওঁৰ মুখত সদায় হাঁহি আছিল। তেওঁক যেয়ে দেখিছিল তেওঁৰ স্বভাৱসুলভ অমায়িকতা পাহৰা টান আছিল। তেওঁৰ কথা কোৱাৰ ছেও আছিল সুন্দৰ। আলাপ-আলোচনা তেওঁ ৰসাল কৰি তুলিব

জানিছিল। কথাৰে তেওঁ বিপক্ষক নিৰস্ত্ৰ কৰিছিল আৰু বন্ধুবৰ্গক আনন্দ দিছিল। নিৰাশা বা দুৰ্ব্বলতাই তেওঁৰ মনলৈ অৱসাদ আনিব নোৱাৰিছিল। তেওঁ অৱস্থাৰ ওচৰত সেও নহৈছিল, বৰং অৱস্থাইহে তেওঁৰ ওচৰত সেও মানিব লগাত পৰিছিল। হেন বৰুৱাৰ নিচিনা দেশৰ হকে নিকাৰ ভুঞ্জি জীৱন উচৰ্গা কৰা লোকৰ সংখ্যা অসমত অতি তাকৰ।

# ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ

"সাজু হ ন-যোৱান
সাজু হ ন-যোৱান
তই কৰিব লাগিব অগ্নি-স্নান।
বজ্ৰ কণ্ঠেৰে বিশ্বক শুনা
সত্যৰ জয় গান।
বুকুৰ তেজেৰে ধুই দে আজি
ভাৰতৰ অপমান
সাজু হ, সাজু হ, ন-যোৱান।"
—জ্যোতিপ্ৰসাদ।

আগৰৱালা বুলিলে আমি সাধাৰণতে মাৰোৱাৰ ৰাজ্যৰ লোক বা মাৰোৱাৰী ব্যৱসায়ী লোক বুলি ধৰি লওঁ। তেজপুৰৰ আগৰৱালা পৰিয়ালৰ ক্ষেত্ৰত এই ধাৰণাটো নাখাটে। এইটো সঁচা যে এওঁলোকৰ গুৰি মাৰোৱাৰ আৰু ৰাজস্থানী। কিন্তু এই পৰিয়ালটোক ৰাজস্থানী বুলি নধৰি অসমীয়া ভাষা-সাহিত্য, ব্যৱসায় আৰু কৃষ্টিৰ প্ৰতি এই পৰিয়ালটোৱে যি অৱদান দিছে তালৈ চাই এওঁলোকক সম্পূৰ্ণভাবে অসমীয়া বুলি কব লাগিব। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আছিল স্বনামধন্য এই আগৰৱালা পৰিয়ালটোৰে এজনা প্ৰতিভাৱান ব্যক্তি।

ডিব্ৰুগড় মদাৰখাত মৌজাৰ তামোলবাৰী চাহবাগিচাত ১৯০৩ চনৰ ১৭ জুনৰ দিনা জ্যোতিপ্ৰসাদৰ জন্ম হয়। দেউতাকৰ নাম

আছিল পৰমানন্দ আগৰৱালা। পৰমানন্দ আগৰৱালা হৰিবিলাস আগৰৱালাৰ তৃতীয় পুতেক আছিল। জ্যোতিপ্ৰসাদ দেউতাকৰ প্ৰথম সন্তান। মাকৰ নাম আছিল কিৰণ্ময়ী। প্ৰথমতে তেওঁ তেজপুৰ হাইস্কুলত শিক্ষা আৰম্ভ কৰে; কিন্তু পিচত ডিব্ৰুগড় চৰকাৰী হাইস্কুল আৰু জৰ্জ্জ ইনষ্টিটিউচনতো পঢ়ে। জ্যোতিপ্ৰসাদে



ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ

আকৌ তেজপুৰ হাইস্কুলত নাম লগাই প্ৰৱেশিকা পৰীক্ষা দিবলৈ যো-জা কৰিছিল। কিন্তু ১৯২১ চনত দেশব্যাপী স্বৰাজ আন্দোলন হোৱাত জ্যোতিপ্ৰসাদ এই আন্দোলনৰ পৰা আঁতৰি থাকিব নোৱাৰিছিল। তেওঁ সৰুৰে পৰা জাতীয়তাবাদৰ এজন প্ৰধান পূজাৰী আছিল। ১৯২১ চনৰ মহাত্মা গান্ধীৰ স্বৰাজৰ বাণীয়ে জ্যোতিপ্ৰসাদৰ অন্তৰলৈ এবাৰ যি প্ৰভাৱ আনিছিল সেই প্ৰভাৱ তেওঁৰ জীৱনৰ সাহিত্য আৰু কৃষ্টিসেৱাৰ বাটত গাঢ়ভাবে বৈ গৈছিল। ১৯২১

চনৰ অসহযোগ আন্দোলন পিচত শাম কাটিলেও জ্যোতিপ্ৰসাদে তেওঁৰ গঠনমূলক আন্দোলন এৰি দিয়া নাছিল। তাৰ প্ৰমাণ তেওঁ তেজপুৰত এখন 'স্বদেশী ষ্টোৰ' নাম দি দোকান খুলি তাৰ যোগেদি দেশী বস্তুৰ প্ৰচলন কৰিবলৈ প্ৰচেষ্টা কৰিছিল। তেওঁ দুনাই চৰকাৰী শিক্ষানুষ্ঠানৰ যোগেদি শিক্ষা লাভ কৰিবলৈ মান্তি নহৈছিল। সেই যুগত গঢ়ি উঠা দেশীয় কলেজ এখনৰ যোগেদি ইণ্টাৰমিডিয়েট শ্ৰেণীলৈ পঢ়িছিল। কিন্তু সিমানতে তেওঁ শিক্ষা-লাভৰ সামৰণি মাৰে। তাৰ পিচত স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ প্ৰতিষ্ঠিত গুৱাহাটীৰ নিউপ্ৰেছত কাম কৰে।

জ্যোতিপ্ৰসাদ লৰাকালৰপৰা এজন মেধাবী ছাত্ৰ আছিল। বিশেষকৈ তেওঁ এজন সাহিত্যসেৱী আছিল। স্কুলত পঢ়া সময়ৰে পৰা সাহিত্য সেৱা কৰিছিল। তেওঁ লিখা প্ৰবন্ধাৱলীয়ে তাক প্ৰমাণ কৰে। 'শোণিত-কুঁৱৰী' নাটখন তেওঁ স্কুলত পঢ়া অৱস্থাতে লিখিছিল; বহুদিন পিচতহে ইয়াৰ প্ৰথম প্ৰকাশ হয়। 'শোণিত-কুঁৱৰী'ৰ যোগেদি জ্যোতিপ্ৰসাদে আই-নাম, বিয়া-নাম, বিহু-গীত আদিক নতুন ৰূপ দিছিল। অসমীয়া সংস্কৃতি আৰু সাহিত্যৰ এই আপুৰুগীয়া সম্ভাৰবোৰক জ্যোতিপ্ৰসাদে যিদৰে ৰূপ দিছিল, আন কোনো লোকে ৰূপ দিছিল বুলি কব নোৱাৰি। 'শোণিত-কুঁৱৰী'ৰ বিষয়-বস্তু ভাগৱত, পুৰাণ, হৰি-বংশ আৰু বিষ্ণুপুৰাণৰপৰা লোৱা।

জ্যোতিপ্ৰসাদে স্কুলীয়া জীৱনতে এই বিষয়-বস্তু গভীৰভাবে অধ্যয়ন কৰাৰ প্ৰমাণ পোৱা যায়। তেওঁ অসমীয়া ভাষা আৰু সংস্কৃতিক একাগ্ৰচিত্তে সেৱা কৰিবলৈ সংকল্প লৈছিল। 'শোণিত-কুঁৱৰী'ত জ্যোতিপ্ৰসাদে শোণিতপুৰৰ (বৰ্ত্তমান তেজপুৰৰ) বাণ ৰজাৰ পৰমাসুন্দৰী জীয়াৰী উষাই

সুদূৰ দ্বাৰকাৰ (বৰ্ত্তমান সৌৰাষ্ট্ৰ—মহাত্মা গান্ধীৰ জন্মস্থান) ৰজা শ্ৰীকৃষ্ণৰ ঢ় অনিৰুদ্ধক কেনেকৈ লাভ কৰে, তাক ৰূপায়িত কৰে। ১৯৫৪ । ভাৰত চৰকাৰৰ উদ্যোগত পতা সৰ্ব্ব-ভাৰতীয় নাট-মহোৎসৱত জ্যোতিপ্ৰসাদৰ "শোণিত-কুঁৱৰী" নাটে উচচ স্থান লাভ কৰে। তেওঁৰ নাট ৰচনা প্ৰতিভাৰ আন এটা নিদৰ্শন "কাৰেঙৰ লিগিৰী"। এই নাটখন অসমীয়া ভাষালৈ তেওঁৰ শ্ৰেষ্ঠ অৱদান। একৈশ বাইশ বছৰ বয়সতেই তেওঁ "কাৰেঙৰ লিগিৰী" নাটখন লিখিছিল। কিন্তু তেওঁ প্ৰকাশ কৰে বহুদিন পিচত অৰ্থাৎ তেওঁ বিদেশৰপৰা উভতি আহি "কাৰেঙৰ লিগিৰী"ৰ প্ৰকাশ হাতত লয়।

১৯২৬ চনৰ পৰা ১৯৩০ চনলৈকে এই চাৰি বছৰ কাল জ্যোতিপ্ৰসাদে ইংলণ্ড আৰু য়ুৰোপৰ আন কেতবোৰ ঠাইত থাকে। প্ৰথমতে তেওঁ ১৯২৬ চনত এডিনবাৰ্গ বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষা দিয়ে। স্বাধীনতা আন্দোলনত যোগ দিয়াৰ কাৰণে তেওঁ শিক্ষাত আগুৱাব নোৱাৰিলে। এডিনবাৰ্গ বিশ্ববিদ্যালয়ত এম-এ মহলালৈ পঢ়িছিল। কিন্তু তেওঁৰ প্ৰধান আৰু প্ৰথম উদ্দেশ্য আছিল সঙ্গীত বিদ্যা চৰ্চ্চা কৰা! লণ্ডনত থাকোতে পশ্চিমীয়া সঙ্গীত চৰ্চ্চা কৰি তাৰ লগত অসমীয়া গীত-মাতৰ বহুল গবেষণা কৰে। তাৰ পৰা তেওঁ বাৰ্লিনলৈ গৈ ছায়া-চিত্ৰ বিষয়ে অধ্যয়ন কৰে। সেই সময়ত ভাৰতবৰ্ষ ছায়াচিত্ৰ উদ্যোগত বিশেষ আগ-বঢ়া নাছিল। স্বাভাৱিকতে অসমীয়া বোলছবি প্ৰযোজনা কৰা সেই সময়ত এটা ভাবিব নোৱাৰা বিষয় আছিল। কিন্তু জ্যোতিপ্ৰসাদে অসমীয়া সংস্কৃতি-সম্ভাৰত ইমান আস্থা ৰাখিছিল যে সেই সময়তে অৰ্থাৎ যি কালছোৱাত ভাৰতীয় কথা-ছবিও চালুকীয়া অৱস্থাত আছিল—জ্যোতিপ্ৰসাদে অসমীয়া বোলছবি প্ৰযোজনা কৰাৰ কথা ভাবিছিল। আৰ্নাক বাৰ্লিনৰ এটা বোলছবি প্ৰতিষ্ঠানৰ লগত তেওঁৰ "শোণিত-কুঁৱৰী" নাটখন বোলছবিত ৰূপায়িত কৰিবলৈ মোকাবিলা কৰিছিল।

ভাৰতীয় কথা-ছবিৰ অন্যতম বিখ্যাত প্ৰযোজক স্বৰ্গীয় হিমাংশু ৰায়ৰ লগতো এই বিষয়ে এটা বন্দৱস্ত কৰিবলৈ সিদ্ধান্ত কৰিছিল। কিন্তু জ্যোতিপ্ৰসাদৰ জল্পনা-কল্পনাই তেতিয়া কোনো কাৰ্য্যকৰী ৰূপ লব পৰা নাছিল। তথাপি বাৰ্লিনত তেওঁ যি সাত মাহ কাল আছিল, সেই কালছোৱাত জ্যোতিপ্ৰসাদে বোল-ছবি বিষয়ে যথেষ্ট জ্ঞান লাভ কৰিছিল। তাৰ ফলতেই অসমত প্ৰথমে কথা-ছবি উলিয়াবলৈ সাহ কৰে। তেওঁ বিলাতৰপৰা ঘূৰি আহোতে বাটতে য়ুৰোপ আৰু তুৰস্ক, বাগদাদ, বেবিলন প্ৰভৃতি ঠাই চাই আহে।

১৯৩০ চনত অসমলৈ প্ৰত্যাবৰ্ত্তন কৰি জ্যোতিপ্ৰসাদে আকৌ স্বাধীনতা যুদ্ধত যোগ দিয়ে। ১৯৩২ চনৰ গান্ধীজীৰ অসহযোগ আন্দোলনত যোগ দি ১৫ মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে। জেলত থাকোতে তেওঁ নৰিয়াত ভোগে। জেলৰ কৰ্ত্তৃপক্ষই জ্যোতিপ্ৰসাদক স্বাধীনতা যুদ্ধত ভৱিষ্যতে যোগ নিদিব বুলি লিখি দি আহি-বলৈ পৰামৰ্শ দিছিল। কিন্তু বিদ্ৰোহী জ্যোতিপ্ৰসাদে ভগ্ন স্বাস্থ্যৰে জেলৰ সম্পূৰ্ণ ম্যিাদ ভোগ কৰে। তেতিয়াৰপৰা তেওঁৰ স্বাস্থ্য ভাল নহল। ১৯৪২ চনৰ গণ-আন্দোলনতো জ্যোতিপ্ৰসাদে সক্ৰিয়ভাৱে গা টালি দিছিল। ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ নিৰ্দ্দেশ-ক্ৰমে জ্যোতিপ্ৰসাদে গণ-আন্দোলনৰ কালছোৱাত কিছুদিন কলিকতাত থাকি বিয়াল্লিশৰ আন্দোলনৰ কৰ্ম্মীসকলৰ সাহায্যৰ কাৰণে পুঁজি সংগ্ৰহ কৰাত ব্যস্ত থাকে। ১৯৪৩ চনত তেওঁ গ্ৰেপ্তাৰ হয়। কিন্তু প্ৰমাণৰ অভাৱৰ কাৰণে বিচাৰত তেওঁ খালাচ পায়।

জ্যোতিপ্ৰসাদৰ বহুমুখী প্ৰতিভাৰ আন এটা ফাল আছিল তেওঁৰ সংবাদ-সেৱা। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ 'বাঁহী'ত জ্যোতি-প্ৰসাদে নিয়মিতভাৱে নানাবিধ গল্প, আলোচনামূলক প্ৰবন্ধ লিখি-ছিল। তেওঁ অসমৰ জনপ্ৰিয় বাতৰি কাকত 'অসমীয়া'ৰ সম্পাদক হিচাপেও কিছুদিন কাম কৰিছিল। 'অসমীয়া'ত 'অকণমানিৰ

চ'ৰা'ৰ যোগেদি জ্যোতিপ্ৰসাদে শিশু-সাহিত্য জনপ্ৰিয় কৰিবলৈ চেষ্টা কৰিছিল। অসমৰ সংবাদ-পত্ৰসমূহত আজি শিশু-সাহিত্যৰ যি ধাৰা চলিছে, তাৰ গুৰিতে জ্যোতিপ্ৰসাদ আছিল বুলি কলে অত্যুক্তি কৰা নহয়।

সাহিত্য-সাধনাত জ্যোতিপ্ৰসাদে যি অৰিহণা দি গ'ল, তাৰ দ্বাৰা অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাল চহকী হৈছে, সন্দেহ নাই। তেওঁৰ ৰচনাবোৰৰ সকলোখিনিয়ে এতিয়াও পোহৰৰ মুখ দেখা নাই। কিছুমান প্ৰকাশ হৈছে; কিছুমান আলোচনী আৰু বাতৰি কাকতৰ পাতত ছেদেলি-ভেদেলি হৈ আছে। তেওঁৰ সাহিত্যৰ বৈশিষ্ট্য এই আছিল যে জ্যোতিপ্ৰসাদে অসমীয়া সাহিত্যক আন সাহিত্যৰ গ্ৰাসৰ পৰা মুক্ত ৰাখিব খুজিছিল। জ্যোতিপ্ৰসাদে অসমৰ সাংস্কৃতিক জীৱনত চিত্ৰকৰ, চিত্ৰ-প্ৰযোজক, অভিনয়-শিল্পী, সংগীতজ্ঞ হিচাপে যি অমৰ দান দি গৈছে তাৰ এটা পূৰ্ণাংগ হিচাপ আজিও হোৱা নাই। কিন্তু এই বিষয়ে ধাৰাবাহিক গৱেষণা হলে জ্যোতিপ্ৰসাদক অসমৰ প্ৰকৃত ৰূপকোঁৱৰ বুলি কব লাগিব। অসমীয়া গীতমাতক নতুন গঢ় দিবলৈ প্ৰচেষ্টা কৰোতে ৰূপকোঁৱৰে প্ৰথমতে বহুতৰ সমালোচনাৰ সন্মুখীন হব লাগিছিল। প্ৰকাশ, এবাৰ গুৱাহাটীত বহা সাহিত্য সভাৰ অধিবেশনত তেওঁৰ গীত এটা গোৱাত ৰক্ষণশীল লোকসকলে জ্যোতিপ্ৰসাদক ভৰ্ৎসনা কৰিছিল। কিন্তু ৰূপকোঁৱৰ ইয়াত বিচলিত হোৱা নাছিল; বৰং অসমীয়া সঙ্গীতক পুনৰুদ্ধাৰ কৰিবলৈ দুগুণ উছাহে লাগি গৈছিল।

চিত্ৰজগতৰ প্ৰতি জ্যোতিপ্ৰসাদৰ এটা পৰম তৃষ্ণা আছিল। সেই তৃষ্ণাৰ কাৰণেই ১৯৩৪ চনত ভোলাগুৰি বাগিচাত অসমীয়া বোলছবি প্ৰযোজনাৰ উদ্দেশ্যে 'চিত্ৰলেখা মুভিটো'ন' নাম দি চিত্ৰবন আৰম্ভ কৰে আৰু সুসজ্জিত ষ্টুডিঅ' বহুৱায়। তাৰ যোগেদি ৰূপকোঁৱৰে অসমৰ প্ৰথম বোলছবি অসমীয়া ভাষাত 'জয়মতী' উলিয়ায়।

১৯৩৫ চনৰ ১০ মাৰ্চ্চৰ দিনা কলিকতাত এই ছবিখনৰ উদ্বোধন উৎসৱ হয়। এই উৎসৱৰ পৌৰোহিত্য কৰিছিল ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই। ৰাজহুৱা আৰু সাংস্কৃতিক সেৱাত তেওঁৰ স্বাস্থ্য বহুখিনি ভাগি পৰে। ১৯৩৬ চনত তেওঁৰ বিবাহ হয়। ১৯৩৬ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ সময়ত কংগ্ৰেছৰ তৰফৰ পৰা তেওঁক প্ৰাৰ্থী কৰাৰ প্ৰস্তাৱ হয়, কিন্তু তেওঁ সেই প্ৰস্তাৱত মান্তি নহল। অসমীয়া গীতৰ ৰেকৰ্ড উলিওৱাত জ্যোতিপ্ৰসাদ অগ্ৰগণি আছিল। অসমীয়া প্ৰথম বোলছবি 'জয়মতী'য়ে জ্যোতিপ্ৰসাদৰ স্বাস্থ্য আৰু অৰ্থৰ ক্ষতি কৰিলেও, তেওঁ চিত্ৰ-শিল্পৰ সেৱা কৰিবলৈ এৰা নাছিল। ১৯৩৯ চনত তেওঁ 'ইন্দ্ৰমালতী' নামৰ দ্বিতীয় বোল-ছবিখন উলিয়ায়। তাৰ পিচত অসমীয়া কেবাখনো বোলছবি ওলাল। অৱশ্যে দুখৰ বিষয় এই উদ্যোগে অসমীয়া ভাষাত স্থায়ী ৰূপ আজিকোপাতি লব পৰা নাই। কিন্তু এইটো স্বীকাৰ কৰিব লাগিব জ্যোতিপ্ৰসাদে এই বিষয়ত অসমীয়াক শিকাই গৈছে। তেওঁ আছিল অসমীয়া বোল ছবিৰ অগ্ৰদূত।

জ্যোতিপ্ৰসাদ যে অসমীয়া সাহিত্য, সংস্কৃতি, চিত্ৰ-শিল্প, সঙ্গীত আৰু অসমীয়া স্থাপত্যৰ এজনা একনিষ্ঠ পূজাৰী আছিল তাত কোনো সন্দেহ নাই। তেওঁক অসম আকাশৰ এটি উজ্জ্বল জ্যোতিষ্ক আছিল বুলি আখ্যা দিব পাৰি।

১৯৫১ চনৰ ২২ জানুৱাৰীত ৪৮ বছৰ বয়সত তেওঁৰ অকাল মৃত্যু ঘটে। তেওঁৰ চিন্তাধাৰা কিন্তু অসমত অমৰ হৈ আছে।

---

# লোকপ্ৰিয় গোপীনাথ

অসমৰ জাতীয় জীৱন উন্নত কৰিবলৈ যিসকল লোকে আশা-শুধীয়াভাবে চেষ্টা কৰিছিল তেওঁলোকৰ ভিতৰত লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে শীৰ্ষ স্থান লাভ কৰিছিল। স্বাধীন ভাৰতৰ বুৰঞ্জীলিখকে বৰদলৈৰ কাৰ্য্যাৱলী কিভাবে ৰূপায়িত কৰে, সেইটো ঠাৱৰকৈ কোৱা টান, কিন্তু এইটো ধ্ৰুৱসত্য যে অসমীয়াৰ মানত গোপীনাথ জাতীয় প্ৰতীক স্বৰূপে গণ্য হব। এইজনা গুণী নেতা অসম আইৰ সেৱা কৰিবলৈ আজি আমাৰ মাজত নাই সঁচা, কিন্তু তেওঁৰ কাৰ্য্যাৱলীয়ে যে নতুন অসম নিৰ্ম্মাণৰ এটা প্ৰধান ভেটি বান্ধি থৈ গৈছে, এইটো অসমবাসীয়ে স্বীকাৰ কৰিব।

গোপীনাথৰ জন্ম হয় ১৮১২ শকৰ ২৬ জেঠ ৰবিবাৰে গুৱাহাটীৰ শিলপুখুৰীপাৰত। তেওঁৰ দেউতাক বুদ্ধীন্দ্ৰনাথ বৰদলৈ এজন চৰকাৰী ডাক্তৰ আছিল। বৰদলৈ সৰুকালতে মাতৃমাউৰা হয়। তেওঁক বিধৱা বায়েক শ্ৰীশশীপ্ৰভা দেৱীয়ে সৰুৰে পৰা লালন-পালন কৰে। তেওঁৰ বিদ্যাৰম্ভ হয় নগাৱঁৰ ৰহাত। সাত বছৰ বয়সলৈ দেউতাকৰ লগত ৰহাত থাকে। তাৰ পিচত মঙ্গলদৈলৈ বদলি হোৱাত দেউতাকৰ লগত বৰদলৈ তালৈ যায়। তেতিয়াৰ দিনত মঙ্গলদৈলৈ যাতায়াত বৰ অসুবিধা আছিল। গুৱাহাটীৰ পৰা খাৰুপটীয়ালৈ জাহাজৰ যাতায়াত আছিল; কিন্তু জাহাজ অহা-যোৱাৰ কোনো নিৰ্দ্ধাৰিত সময় নাছিল। গতিকে গোটেই পৰিয়ালটো নাৱেৰে উজাই যাবলৈ থিৰ কৰি সেইমতেই তেওঁলোক নাৱেৰে যায়। তেওঁ-

লোকে মঙ্গলদৈ পাওঁতে সাতদিন লাগিছিল। এই সাতদিনৰ ভিতৰত সাতবছৰীয়া গোপীনাথে মহাভাৰতখন পঢ়ি শেষ কৰিছিল। মঙ্গলদৈত প্ৰায় দুবছৰমান থাকোতে দেউতাক বৰপেটালৈ বদলি হয়। তাতে এবছৰমানৰ ভিতৰতে গোপীনাথৰ মাতৃ-বিয়োগ ঘটে। ইয়াৰ পিচত তেওঁক গুৱাহাটীলৈ পঠোৱা হয় আৰু ইংৰাজী শিক্ষাৰ কাৰণে গুৱাহাটী কলেজিয়েট হাইস্কুলত নাম লগায়। লৰাকালত গোপীনাথ



লোকপ্ৰিয় গোপীনাথ

বৰ ৰুগীয়া আছিল। সেই কাৰণে নৱমমান শ্ৰেণীলৈ তেওঁ পঢ়া-শুনাত বিশেষ কৃতকাৰ্য্যতা দেখুৱাব পৰা নাছিল। তেওঁৰ কিন্তু এটা বিশেষ মনকৰিবলগীয়া গুণ আছিল। পঢ়াশুনাৰ উপৰিও বৰদলৈৰ খেলাধুলা, গীত-মাত আদি বাহিৰা বিষয়বোৰত ৰাপ আছিল। তেওঁ পাচৰ কালতো এইবোৰ বিষয়ৰ প্ৰতি লৰাকালতে ওপজা ৰাপবোৰ হেৰুওৱা নাছিল। প্ৰকৃততে চিত্ৰাঙ্কণ, সঙ্গীতবিদ্যা প্ৰভৃতিত বৰদলৈৰ নাম পিচতো জনাজাত হৈ উঠিছিল। তেওঁৰ

আন কেটামান গুণ আছিল যেনে—সকলো কথাতে নিয়মীয়া ধৰণৰ আছিল। চাফ্-চিকুণতা তেওঁ বৰ ভাল পাইছিল আৰু ছাত্ৰাৱস্থাতে এইবোৰ তেওঁ জীৱনৰ অস্ত্ৰৰূপে গ্ৰহণ কৰিছিল।

গুৱাহাটী কলেজিয়েট স্কুলৰপৰা বৰদলৈয়ে ১৯০৭ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ ১৫ বছৰ। তেওঁ যোগ্যতাৰ কাৰণে এটা বৃত্তিও পাইছিল। তাৰ পিচত কটন কলেজত আই-এৰ কলা বিভাগত ভৰ্ত্তি হয়। ১৯০৯ চনত তেওঁ কলিকতা বিশ্ব-বিদ্যালয়ৰ আই-এ পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ কটন কলেজৰ পৰা পৰীক্ষা দিয়া প্ৰাৰ্থীসকলৰ ভিতৰত তৃতীয়া স্থান লাভ কৰে। এই পৰীক্ষাতো তেওঁ বৃত্তি লাভ কৰে। ইয়াৰ পিচত তেওঁ কলিকতালৈ গৈ স্কটিচ চাৰ্চ্চ কলেজত ভৰ্ত্তি হয় আৰু বুৰঞ্জীৰ অনাৰ্চ্চ লৈ ডিগ্ৰী-পৰীক্ষা দক্ষতাৰে পাছ কৰে। এইখিনিতে উল্লেখযোগ্য যে বৰদলৈ কলিকতাত বি-এ মহলাত পঢ়ি থাকোতেই দেউতাক স্বৰ্গী হয়।

বৰদলৈ মধ্যবিত্ত পৰিয়ালৰ লৰা হিচাপে ছাত্ৰাৱস্থাৰ কালছোৱা দুখেৰে কটাব লগাত পৰিছিল। ইপিনে দেউতাকৰ মৃত্যুৰ কাৰণে বি-এ পাছ কৰি কি কৰোঁ কি নকৰোঁ এই চিন্তাত পৰিল। তেওঁৰ হলে এম-এ পঢ়িবৰ বৰ মন হ'ল। ইতিমধ্যে তেওঁৰ দেউতাকৰ বন্ধু স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাই ঘৰৰ অৱস্থা বুজি গোপীনাথক চাকৰি কৰিবলৈ পৰামৰ্শ দিছিল। তাৰ উত্তৰত বৰদলৈয়ে কৈছিল: "যদিহে চাকৰি কৰিব লাগে, তেন্তে মই প্ৰফেচাৰ হে হম। আন চাকৰি নকৰোঁ।" এই উক্তিৰ পৰা বৰদলৈৰ জ্ঞানপিপাসু মন আৰু স্বাধীন মনোভাব প্ৰকাশ পাইছিল। সেই সময়ত হাকিম হবলৈ শিক্ষিত ডেকাসকলৰ এটা ডাঙৰ আকাঙ্ক্ষা আছিল। বৰদলৈয়ে স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাৰ যোগেদি হাকিমৰ পদ এটা পাব বুলি

জানিও এই কাম লবলৈ ইচ্ছা নকৰিছিল। ইতিমধ্যে দেশভক্ত তৰুণৰাম ফুকনৰ সৌজন্যত তেওঁ গুৱাহাটী সোণাৰাম হাইস্কুলৰ প্ৰধান শিক্ষকৰ কামত সোমায়। ১৯১৪ চনত তেওঁ বুৰঞ্জী বিষয়ত এম-এ পাছ কৰে। ১৯১৫ চনত আইন পৰীক্ষা দি ল ডিগ্ৰী লাভ কৰে। কটন কলেজত অধ্যাপক হবলৈ বৰদলৈৰ বৰ হেপাহ আছিল। সেই বিষয়ে দেশভক্ত ফুকনৰ যোগেদি তেওঁ চেষ্টাও কৰিছিল। কিন্তু তেতিয়াৰ দিনত কলিকতা বিশ্ববিদ্যালয়ৰ নিয়মমতে প্ৰথম শ্ৰেণীৰ এম-এ পাছ হোৱা প্ৰাৰ্থীকহে অধ্যাপক পদত নিয়োগ কৰা হৈছিল। গতিকে কলেজৰ কৰ্ত্তৃপক্ষই বৰদলৈক (তেওঁ দ্বিতীয় শ্ৰেণীৰ এম-এ আছিল) বুৰঞ্জীৰ অধ্যাপকৰ পদটো নিদি সৰবৰহী অধ্যাপক ৺ভুবন মোহন সেনক নিযুক্ত কৰে। ১৯৩৮ চনত বৰদলৈ অসমৰ প্ৰথম কংগ্ৰেছ মিলিত মন্ত্ৰীসভা গঠন কৰি মুখ্যমন্ত্ৰীৰ পদত উঠোতে অধ্যাপক সেনে (তেতিয়া তেওঁ গুৱাহাটীত জীৱিত আছিল) বৰদলৈক সম্ভাষণ জনাবলৈ গৈ কৈছিল: "বৰদলৈ, মই গৌৰৱ অনুভৱ কৰিছোঁ, যে মোৰ নিযুক্তিৰ সময়ত মোৰ প্ৰধান প্ৰতিদ্বন্দ্বীজন অসমৰ প্ৰধানমন্ত্ৰী হ'ল। আচলতে আপুনি মোক ধন্যবাদ দিব লাগে; কাৰণ আপুনি কটন কলেজৰ অধ্যাপক হলে আপুনি মোৰ নিচিনা এজন পেন্‌চন-ভোগীহে হব লাগিলহেঁতেন।" ( Bardoloi, I am proud that my rival at the time of appointment of a Professor is today Assam's Premier. Actually you should thank me. If you were to be appointed Professor in my place, you would have become a Government Pensioner like me." বৰদলৈয়ে এটা হাঁহি মাৰি অধ্যাপক সেনক তেওঁৰ ওচৰত বহুৱাই কৈছিল "আপুনি খাটি কথা কৈছে।"

হাইস্কুলৰ শিক্ষকতাৰ কামত বৰদলৈ বেছি দিন নাথাকিল।

তেওঁৰ মনটোৱে ওকালতি ব্যৱসায় কৰিবলৈ বলিয়া হৈ আছিল। ১৯১৬ চনত তেওঁ ওকালতি ব্যৱসায় আৰম্ভ কৰে। তেওঁ প্ৰথমতে সত্যনাথ বৰাদেৰৰ তলত এবছৰ কাল 'আৰ্টিক'ল ক্লাৰ্ক' হিচাপে কাম কৰিছিল। ১৯১৭ চনৰপৰা তেওঁ ওকালতি আৰম্ভ কৰে। ওকালতি ব্যৱসায়ত প্ৰথমতে তেওঁ নিপুণতা দেখুৱাব পৰা নাছিল। তাৰ এটা কাৰণ আছিল এই যে তেওঁ ওকালতিৰ মেৰপাকবোৰত তেওঁৰ মনটো খাপ খুৱাব পৰা নাছিল। প্ৰকাশ, তেওঁৰ সমসাময়িক উকিল সকলে বৰদলৈৰ সত্য আৰু নিষ্ঠাৰ মনোবৃত্তি দেখি আচৰিত হৈছিল।

তেওঁ ১৯১৯ চনত উত্তৰ গুৱাহাটীৰ ৺ভূমিকান্ত বৰদলৈদেৱৰ কন্যা শ্ৰীসুৰবালা দেৱীক বিয়া কৰায়।

চাৰি বছৰ কাল ওকালতি কৰাৰ পিচতে আহিল দেশলৈ মহাত্মা গান্ধীৰ অসহযোগ আন্দোলন। বৃটিছ চৰকাৰৰ বিৰুদ্ধে চলোৱা গান্ধীজীৰ ব্যাপক আন্দোলনৰ ঢৌৱে ডেকা বৰদলৈৰ মনলৈ উত্তেজনা আৰু প্ৰেৰণা আনিলে। বৰদলৈৰ জীৱনত গান্ধীজীৰ প্ৰভাৱ কিদৰে বিস্তাৰ হৈছিল সেই বিষয়ে তেওঁ (বৰদলৈয়ে) এঠাইত লিখি থৈ গৈছে :

"Gandhiji did not come upon me as a storm....... To me it appeared as if I got back a track of life which I was about to forget ; and that even if we were not to obtain Swaraj in a year which Mahatmaji promised on the fulfilment of certain condition the inner soul in us would receive a training in the process which would be all for our good. To me his appeal was a sort of call to the spirit in man which some times becomes irresistibl.e" (গান্ধীজী মোৰ জীৱনলৈ ধুমুহা অহাদি অহা নাছিল।...... ইয়াতেই মই গান্ধীজীৰ আহ্বানত হেৰোৱা বাট দেখা পালোঁ। আমি কিছুমান চৰ্ত্ত পূৰণ কৰাৰ সাপেক্ষে মহাত্মাই কথা দিয়া

মতে এবছৰৰ ভিতৰতে স্বৰাজ লাভ কৰিব নোৱাৰিলেও অন্ততঃ আমাৰ অন্তৰাত্মাই আমাৰ নিজৰ কল্যাণৰ কাৰণে কিছু শিক্ষা পাব বুলি অনুভৱ কৰিলোঁ। মহাত্মাৰ আহ্বান মোৰ পক্ষে মানুহৰ অদম্য শক্তিৰ দৰে হৈ উঠিল।" )

১৯২১ চনৰ অসহযোগ আন্দোলনত যিকেইজন অসমৰ উকিলে ওকালতি বৰ্জ্জন কৰিছিল, তেওঁলোকৰ ভিতৰত বৰদলৈ আছিল এজন। তেওঁ গান্ধীজীক ১৯২১ চনত পোনপ্ৰথমে লগ পায়। অৱশ্যে ১৯২০ চনত কলিকতাত বহা কংগ্ৰেছৰ বিশেষ অধিবেশন আৰু সেই বছৰতে নাগপুৰত বহা অধিবেশনলৈ গৈ বৰদলৈয়ে কংগ্ৰেছৰ নেতাসকলক দেখা পায়। ১৯২১ চনত গান্ধীজীৰ অসহযোগ আন্দোলন যেতিয়া ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ বিয়পি পৰিল, অসমেও দেশভক্ত ফুকন, কৰ্ম্মবীৰ বৰদলৈ প্ৰমুখ্যে নেতাসকলৰ নেতৃত্বত আগ অংশ ললে। গোপীনাথে এই আন্দোলনত জাপ দিলে। ইতিমধ্যে অসমৰ নেতাসকল কাৰাৰুদ্ধ হ'ল। ডেকা বৰদলৈয়ে তেতিয়া আহমেহদাবাদত বহা কংগ্ৰেছ অধিবেশনলৈ গৈ গান্ধীজীৰ আগত অসমৰ নেতাসকল জেললৈ যোৱাৰ পিচত যি অৱস্থাৰ উদ্ভৱ হৈছিল তাক বিবৰি কৈছিল। আহমেদাবাদৰ পৰা উভতি আহোতে গোপীনাথক পুলিচে গ্ৰেপ্তাৰ কৰে আৰু এবছৰ কাল জেলত আবদ্ধ কৰি ৰাখে।

১৯২১ চনৰ পিচৰপৰা কংগ্ৰেছ অনুষ্ঠানৰ লগত ৰখা ওচৰ সম্বন্ধই তেওঁৰ পৰবৰ্ত্তী জীৱনৰ ঘটনাৱলীৰ আলোড়ন। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত বৰদলৈয়ে দ্বিতীয় বাৰৰ কাৰণে গান্ধীজীক লগ পায়। ১৯৩৪ চনত গান্ধীজী তৃতীয় বাৰ অসমলৈ আহে। তেওঁৰ এই বাৰৰ অসম ভ্ৰমণৰ উদ্দেশ্য আছিল হৰিজন উন্নয়ন। বৰদলৈৰ এটা গুণ আছিল যে তেওঁ সংসদী

ৰাজনীতিতকৈ গঠনমূলক কাৰ্য্যপদ্ধতি বেছি ভাল পাইছিল। ১৯৩৪ চনত তেওঁ যেতিয়া গুৱাহাটী মিউনিচিপাল ব'ৰ্ডৰ চেয়াৰমেন নিৰ্ব্বাচিত হয়, তেতিয়া তেওঁ বিশেষ মনোযোগেৰে হৰিজন উন্নয়ন কামত লাগে। গান্ধীজীৰ সেই সময়ৰ অসম ভ্ৰমণে বৰদলৈৰ মনত ৰচনাত্মক প্ৰবৃত্তি আৰু দৃঢ় কৰি তোলে।

১৯৩৫ চনৰ ভাৰতীয় সংবিধানমতে ১৯৩৭ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ পিচৰপৰা অসমৰ ৰাজনীতি এটা নতুন পৰ্য্যায়ত সোমায়। য়ুৰোপীয় চাহ-উদ্যোগপতি আৰু মুছলিম-লীগপন্থীসকলৰ যুটীয়া দেশদ্ৰোহী কাৰ্য্যকলাপৰ কাৰণে অসমৰ জাতীয় স্বাৰ্থসমূহৰ এনে বিপৰ্য্যয় ঘটিবলৈ ধৰে যে এই কালছোৱাত এজন বিচক্ষণ ৰাজনীতিক নোহোৱা হলে অসমৰ ভাগ্যই বেঁকা বাট ললেহেঁতেন। এইটো উল্লেখযোগ্য যে ১৯৩৭ চনলৈকে গোপীনাথে কংগ্ৰেছ আন্দোলনত সক্ৰিয়ভাবে লাগি থকা নাছিল। আনকি বহুতে ভাবিছিল যে তেওঁ কংগ্ৰেছৰপৰা আঁতৰি থাকিব। কিন্তু এইখিনিতে দেশভক্ত তৰুণ ৰাম ফুকনৰ এটা ভবিষ্যদ্বাণী উল্লেখযোগ্য। এদিন গুৱাহাটীৰ উকিলখানাত ন-পুৰণি উকিলসকলৰ মাজত এটা তৰ্ক উঠিল-অনুমান ১৯৩৬ চনৰ জুন কি জুলাই মাহত। পুৰণি উকিলসকলৰ মাজত আছিল দেশভক্ত ফুকন। গোপীনাথে উকিলখানাৰ সৰু ঘৰটোৰ এচুকত দবাখেলত মনোযোগ দি আছিল। তেওঁ উকিলসকলৰ মাজত হোৱা তৰ্কত যোগ দিয়া নাছিল আৰু মন-কাণো দিয়া নাছিল। তৰ্কৰ বিষয়-বস্তু আছিল অসমৰ ভবিষ্যত নেতা কোন হব? কিছুমানে তৰুণ ফুকনৰ, কিছুমানে ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ আৰু কিছুমানে শ্ৰীবিষ্ণুৰাম মেধিৰ নাম লৈছিল। এনেতে দেশভক্ত ফুকনে গম্ভীৰ সুৰে কৈ উঠিছিল: "বুজিছা, তোমালোকৰ সকলো ভুল। সৌ চুকত যে গোপীনাথক দবা খেলাত বহি থকা দেখিছা

তেৰেঁই অসমৰ গুৰি ধৰিব। মোৰ অবিহনতো এই কথা স্বীকাৰ কৰিবা। মই সকলো কথা গুনি গাঁথি কৈছো।" ফুকনৰ কথাত কোনেও হয়ভৰো নিদিলে, আপত্তিও নকৰিলে। কিন্তু বৰ আচৰিত কথা, ফুকনৰ এই ভবিষ্যদ্বাণী আখৰে আখৰে ফলিছিল। এইখিনিতে আন এটা কথা উল্লেখ কৰা প্ৰাসঙ্গিক হব। ১৯৩৮ চনৰ ২১ চেপ্তেম্বৰৰ দিনা চাদুল্লা মন্ত্ৰীসভাৰ পতন হোৱাত, অসমৰ সংসদী ৰাজনীতিৰ এটা নতুন অধ্যায়ৰ আৰম্ভ হ'ল। কোনেও ভবা নাছিল যে য়ুৰোপীয় চাহ উদ্যোগপতিৰ সমৰ্থনত গজি উঠা লীগ মন্ত্ৰীৰ পতন হব আৰু চাদুল্লা চাহাবে প্ৰধান মন্ত্ৰীৰ পদ এৰি দিব। ১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচনৰ পিছত কংগ্ৰেছী-দলৰ নেতা হিচাপে সৰ্বসন্মতিক্ৰমে গোপীনাথ বৰদলৈ নিৰ্বাচিত হয়। লীগমন্ত্ৰী সভাৰ পতনৰ পিচত বিধান সভাৰ বিৰোধী দল-পতি হিচাপে বৰদলৈয়ে ৰাজ-ভৱনৰ পৰা নতুন মন্ত্ৰীসভা গঠন কৰিব বুলি বিধান সভাৰ বাহিৰত সকলোৱে অপেক্ষা কৰি আছিল। ইতিমধ্যে বৰদলৈয়ে তেওঁৰ লঘিষ্ঠ দল এটা লৈ (কংগ্ৰেছ সংসদীদলত তেতিয়া ৩২ কি ৩৩ জন মান সদস্য আছিল), মন্ত্ৰীসভা গঠনৰ গুৰুভাৰ লব পাৰিবনে নোৱাৰে তাকে ভাবি চিন্তি আছিল। এনেতে আবেলি চাৰিমান বজাত ৰাজ্যপালৰ পৰা মাতি পঠোৱা এখন চিঠি আহিল। বিধান সভাৰ বাহিৰত আটাইবোৰ সদস্য আৰু আন বহুত কংগ্ৰেছকৰ্মী জুমখাই আছিল। তাৰ ভিতৰত আছিল দেশভক্ত ফুকনো। তেওঁ বৰদলৈক ওচৰলৈ মাতি আনি কলে; "তুমি লাটচাহাবৰ আগত মন্ত্ৰীসভা গঠন কৰিব পাৰিবা বুলি কবা। দোধোৰ মোধোৰত নাথাকিবা। মই ফুকন আছোঁ। চাদুল্লা চাহাবক দুনাই মন্ত্ৰীসভা গঠনৰ সুবিধা দিলে দেশ নতবে।" বৰদলৈ মন্ত্ৰীপদত বহি প্ৰথম যিদিনা অফিচৰ পৰা ওলাই আহে,

তেওঁ ফুকনক বাহিৰত দেখি নম্ৰ ভাবত আপ্লুত হৈছিল। এই কথা বৰদলৈয়ে তেওঁৰ ডায়েৰীত লিখি থৈ গৈছে।

তাৰ পিছত বৰদলৈয়ে অসমত কংগ্ৰেছ যুক্ত মন্ত্ৰীসভা গঠন কৰি মুছলীম লীগৰ বিজাতৰীয় চৰকাৰৰ কাৰ্য্যবোৰ খণ্ডন কৰিবলৈ আৰম্ভ কৰিলে। পিচে যুক্ত মন্ত্ৰীখন বেছিদিন নৰল। দেশত গান্ধীজীৰ নেতৃত্বত স্বাধীনতাৰ যুঁজ নতুনকৈ আৰম্ভ হোৱাৰ কথা উঠিল। ইপিনে দ্বিতীয় মহাযুদ্ধ লাগিল। কংগ্ৰেছী নীতি মানি বৰদলৈয়ে মন্ত্ৰীসভাখনৰ পদত্যাগ দাখিল কৰিলে। ১৯৩৯ চনত অসমৰ কংগ্ৰেছ মন্ত্ৰীসভাখন ত্যাগ কৰা সম্পৰ্কে কংগ্ৰেছৰ উৰ্দ্ধতন মহলত মতভেদ হৈছিল। কিন্তু বৰদলৈয়ে নিজে পদত্যাগ কৰাটো সমীচীন হব বুলি মত প্ৰকাশ কৰিছিল আৰু সেইমতেই ১৩ মাহৰ পিচত কংগ্ৰেছী যুক্ত মন্ত্ৰীসভাৰ ওৰ পৰে। তাৰ পিচত দেশত সত্যাগ্ৰহ আন্দোলন আৰম্ভ হয়। বৰদলৈয়ে সত্যাগ্ৰহ আন্দোলনত অসমত প্ৰথমে যোগ দি কাৰাবৰণ কৰে। এইবাৰ তেওঁ দুবছৰ কাল জেলত থাকে। ১৯৪৪ চনৰ ২৬ জানুৱাৰী তাৰিখে চকুৰ ৰোগৰ কাৰণে তেওঁক চৰকাৰে মুক্তি দিয়ে। জেলত থকা কালছোৱাত বৰদলৈয়ে কেবাখনো কিতাপ লিখিছিল আৰু পৃথিবীৰ মহাপুৰুষসকলৰ বাণী আৰু তেওঁলোকৰ লিখা পুথিবোৰ অধ্যয়ন কৰিছিল। কৃষ্ণ, বুদ্ধ, মহম্মদ, গান্ধী আদি মহামানৱসকলৰ জীৱনীবোৰ লৰাছোৱালীৰ উপযোগী কৰি অসমীয়া ভাষাত লিখে। সেইবোৰৰ কেইখনমান প্ৰকাশ হৈছে। দুই-চাৰিখন হাতেলিখা অৱস্থাতে আছে।

জেলৰপৰা আহি বৰদলৈয়ে দেখিলে দেশত, বিশেষকৈ অসমত, দ্বিতীয় মহাযুদ্ধৰ কাৰণে হোৱা দুৰৱস্থা আৰু নানান ব্যভিচাৰবোৰ। সেইবোৰৰ বিৰুদ্ধে ৰাইজক সচেতন আৰু সংঘবদ্ধ কৰিবলৈ তেওঁ

লাগিল। এই বিষয়ে গান্ধীজীৰ লগত যোগাযোগ ৰাখি দিহাপৰামৰ্শ লৈছিল। ইয়াৰ লগে লগে নতুনকৈ মন্ত্ৰিত্ব লৈ মুছলীম-লীগৰ তৰফৰ-পৰা অসমক পাকিস্তানৰ ভিতৰুৱা কৰিবলৈ অপচেষ্টা হৈছিল। এইবোৰৰ বিৰুদ্ধেও বৰদলৈ যুঁজিব লগা হ'ল।

ইতিমধ্যে বিয়াল্লিছৰ আন্দোলন, ১৯৪৬-৪৭ চনৰ সাধাৰণ নিৰ্ব্বাচন আদি ঘটনাৱলীয়ে দেশত নতুন আলোড়নৰ সৃষ্টি কৰিলে। বৃটিছ চৰকাৰৰ তৰফৰপৰা ভাৰতক স্বধীনতা দিবৰ বাবে বিভিন্ন প্ৰস্তাৱ উঠিল। ১৯৪৭ চনৰ সাধাৰণ নিৰ্ব্বাচনত অসমত ১০৮ খন আসনৰ ভিতৰত ৬১ খন আসন কংগ্ৰেছী দলে লাভ কৰিলে আৰু অসমত সম্পূৰ্ণ কংগ্ৰেছী মন্ত্ৰীসভা গঠন হল। মুখ্যমন্ত্ৰীৰ গুৰু দায়িত্ব পৰিল বৰদলৈৰ ওপৰত। কিন্তু ১৯৪৬ চনটো অসমৰ কাৰণে এটা দুৰ্য্যোগৰ বছৰ হৈ উঠিছিল ; বৃটিছ মন্ত্ৰীমিছনৰ আঁচনিত অসমক 'গ' সমষ্টিত সুমুৱাই অসমৰ ভবিষ্যত আন্ধাৰ কৰাৰ আশঙ্কা হ'ল। সমগ্ৰ অসমবাসীৰ মাজত চাঞ্চল্যৰ সৃষ্টি হ'ল। এই বিপদৰ ব্যাপকতা বৰদলৈয়ে দকৈ অনুভৱ কৰিছিল। তেওঁ মন্ত্ৰী-মিছনৰ সদস্যসকলক বেলেগে লগ ধৰি অসমৰ গুৰুত্বৰ কথা জনালে। অসমৰ স্বাধীনতা বিপন্ন হোৱাৰ লক্ষণবোৰ বৰদলৈয়ে উপলব্ধি কৰিব পাৰি ইয়াৰ প্ৰতিবিধান কৰিবলৈ দৃঢ়সঙ্কল্প ললে। কিন্তু বৰদলৈৰ কাকুতি-মিনতি উপেক্ষা কৰি বৃটিছ কূটনৈতিক ৰাজনীতিজ্ঞসকলে অসমৰ ভাগ্য মুছলীম-লীগগৰিষ্ঠ বঙ্গদেশৰ লগত সাঙুৰি দিবলৈ দ্বিধা বোধ নকৰা যেন দেখা গৈছিল। দেশৰ জলবায়ু, ভাল-বেয়া, সুখ-দুখ আদি সকলোৰে লগত সংশ্লিষ্ট থকা বৰদলৈৰ প্ৰাণ কান্দি উঠিল। কংগ্ৰেছ উৰ্দ্ধতন কৰ্ত্তৃপক্ষক অসমক সমষ্টিৰ গৰাহৰপৰা উদ্ধাৰ কৰিবলৈ বৰদলৈয়ে খাটনি ধৰিলে। কংগ্ৰেছী ৰথমূৰীয়াসকলে কিন্তু অসমবাসীৰ কথালৈ ভ্ৰূক্ষেপ নকৰিলে। উপায়ান্তৰ হৈ বৰদলৈ গান্ধীজীৰ

ওচৰ চাপিল—অসমক মন্ত্ৰী-মিছনৰ আঁচনিৰপৰা ৰক্ষা কৰিব লাগে। গান্ধীজীয়ে বৰদলৈৰ যুক্তি দেখি 'সমষ্টি'ৰ বিৰুদ্ধে অকলে হলেও যুঁজিবলৈ উপদেশ দিলে। গান্ধীজীৰ আশীৰ্ব্বাদ পাই বৰদলৈ দৃঢ়ভাৱে সমষ্টিৰ বিৰুদ্ধে থিয় হ'ল। অসমবাসীয়ে বৰদলৈৰ নেতৃত্বত একযোগে থিয় দিলে, আৰু তাৰ ফলত বৃটিছ মন্ত্ৰী-মিছনৰ আঁচনি বদ হল। কিন্তু বৰদলৈয়ে এনেভাবে মন্ত্ৰীমিছনৰ আঁচনিৰ বিৰোধিতা কৰাত অসমৰ বাহিৰৰ বহুত লোকে ভাল নাপাইছিল। অৱশ্যে বৰদলৈ তাৰ প্ৰতি কাণসাৰ কৰা নাছিল—তেওঁ অসমৰ ভবিষ্যত যাতে উজ্জ্বল হয় তাৰ কাৰণে সৰ্ব্ব-ভাৰতীয় নেতাবিলাকৰো সমালোচনাৰ সম্মুখীন হবলৈ ভয় কৰা নাছিল।

১৯৪৭ চনৰ দেশ বিভাজনৰ পিচত হোৱা বিবিধ সমস্যা তেওঁ কিদৰে সমাধান কৰিছিল তাক বহলাই কোৱা নিস্প্ৰয়োজন। অসমৰ জনজাতীয় লোকসকলে বৰদলৈক পিতৃবৎ জ্ঞান কৰিছিল। আন আন সংখ্যালঘিষ্ঠ লোকসকলেও বৰদলৈৰ নেতৃত্বত আশা দেখিছিল।

অসমৰ নৱ নিৰ্ম্মাণৰ কাৰ্য্য বৰদলৈয়ে আৰম্ভ কৰিছিল আৰু এই বিষয়ত তেওঁ বহুত কৃতকাৰ্য্য হৈছিল। ১৯৪৮ চনলৈকে অসম ৰাজ্যত উচ্চ ন্যায়ালয়, বিশ্ব-বিদ্যালয়, মেডিকেল কলেজ আদি কোনো প্ৰথম শ্ৰেণীৰ অনুষ্ঠান নাছিল। ১৯৩৫ চনৰ ভাৰত শাসন সংস্কাৰ আইনমতে অসমক যদিও এখন প্ৰধান ৰাজ্য বুলি কোৱা হৈছিল, অথাপি অসমে আন ৰাজ্যৰ বিশ্ববিদ্যালয়, উচ্চ ন্যায়ালয়, কাৰিকৰী বিদ্যা আদিত নিৰ্ভৰ কৰিব লগা হৈছিল। বৰদলৈয়ে স্বাধীন ভাৰতৰ মানচিত্ৰত অসমেও যাতে আন ৰাজ্যৰ সমানে স্থান লাভ কৰিব পাৰে, তাৰ বাবে আঁচনি ললে। তাৰ ফলত আজি বিশ্ব-বিদ্যালয়, উচ্চ-ন্যায়ালয়, মেডিকেল কলেজ, আয়ুৰ্ব্বেদিক কলেজ, শিক্ষা-বিস্তাৰ, সামাজিক শিক্ষা আদি আৰু জনজাতি

অঞ্চলৰ উন্নয়নৰ বৃহৎ কামবিলাক অসমত হৈ উঠিছে। অসমৰ নৱ-নির্ম্মাণৰ কাম কেৱল আৰম্ভ হৈছিল। এইখিনিতে উল্লেখ-যোগ্য যে গুৱাহাটী বিশ্ব-বিদ্যালয় স্থাপন কৰাৰ গুৰিতে আছিল বৰদলৈ। তেওঁ ১৯৪৪ চনত জেলৰপৰা ওলাই বে-চৰকাৰী প্রচেষ্টাৰ জৰীয়তে হলেও অসমত এখন সুকীয়া বিশ্ব-বিদ্যালয় স্থাপন কৰিবলৈ সঙ্কল্প লৈছিল। তাৰ কাৰণে তেওঁ নৰিয়া শৰীৰ লৈও অসমৰ বিভিন্ন ঠাইত চাঁদা তুলি ফুৰিছিল। গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ প্রতি তেওঁৰ এটা অসাধাৰণ মৰম জন্মিছিল। ১৯৪৯ কি ১৯৫০ চনত তেওঁ মুখ্যমন্ত্রীৰ পদ ইস্তফা দি গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ গুৰি ধৰি ইয়াক এটা ভাৰতৰ আদর্শস্থানীয় অনুষ্ঠান হিচাপে ৰূপায়িত কৰিবলৈ গুণাগঁথা কৰিছিল। এই কথা তেওঁ তেওঁৰ কেইজনমান বিশ্বাসী বন্ধুৰ আগত প্রকাশ কৰিছিল। কিন্তু ৰাইজে অসমৰ নৱ-নির্ম্মাণৰ কামৰপৰা বৰদলৈক অব্যাহতি দিবলৈ প্রস্তুত নাছিল।

বৰদলৈ ক্ষমতাত হোৱা অধিষ্ঠিত আৰু খ্যাতি লাভ একো আচম্বিত কথা নহয়; এইটো অনির্বাৰ্য্য আছিল। তেওঁ ৰূপৰ চামুচ লৈ জন্ম লোৱা নাছিল। সৰলতা, ন্যায়পৰায়ণতা, গঠনমূলক কামত পৰম বিশ্বাস, ধর্ম্মপৰায়ণতা আদি গুণৰ কাৰণে বৰদলৈৰ খ্যাতি লাভ হৈছিল। অসমৰ নিচিনা সমস্যাবহুল ৰাজ্যৰ গুৰি ধৰি তেওঁ সকলো সম্প্রদায়. দল-উপদল আদিৰ যিদৰে আস্থা লাভ কৰিছিল তাৰ দ্বাৰাই তেওঁৰ সৰ্ব্বজনপ্রিয়তা প্রকাশ পাইছিল।

বৰদলৈৰ মৃত্যু অতি শোকাবহ। ১৯৫০ চনৰ ৫ আগষ্টৰ দিনা ৰাতি ৪ মান বজাত উলুবাৰীত নতুনকৈ সজা সৰু ঘৰ এটাত হৃদপিণ্ডৰ ক্রিয়া বন্ধ হৈ তেওঁৰ হঠাতে মৃত্যু হয়। মৃত্যুৰ আগতে সেইদিন ৰাতি সপৰিয়ালে গুৱাহাটী কুমাৰভাস্কৰ নাট্য মন্দিৰলৈ এখন নাট অভিনয় চাবলৈ গৈছিল। তেতিয়ালৈ তেওঁ সুস্থশৰীৰে আছিল।

কোনেও ভবা নাছিল যে বৰদলৈৰ মৃত্যু ইমান ওচৰ চাপি আছিল। ৰাতিপুৱা তেওঁৰ মৃত্যুৰ বাতৰি সমগ্ৰ দেশত বিয়পি পৰিল আৰু ৬ আগষ্টৰ আবেলি শোকাতুৰ অগণন জনতাৰ সমাবেশত নবগ্ৰহ শ্মশানত নশ্বৰ দেহাৰ সমাধি হয়।

বৰদলৈৰ অকালমৃত্যুত অসম দুখীয়া হ'ল। তেওঁৰ মৃত্যুত ভাৰতৰ শীৰ্ষস্থানীয় নেতা বল্লভভাই পেটেলে এইবুলি কৈছিল: "বৰদলৈ অবিহনে অসমৰ কথা ভাবিবই নোৱাৰি।"

মৃত্যুৰ পিচত অসমৰ জনসাধাৰণে বৰদলৈক "লোকপ্ৰিয়" উপাধিৰে অলঙ্কৃত কৰে। তেওঁৰ স্মৃতি ৰক্ষাৰ কাৰণে গুৱাহাটী নগৰৰ ওচৰতে "লোকপ্ৰিয় গোপীনাথ বৰদলৈ স্মৃতি যক্ষ্মা চিকিৎসালয় আৰু চেনাটবিয়াম" নাম দি কেবা লাখো টকা খৰচ কৰি এখন বৃহৎ যক্ষ্মা হাস্পাতাল নিৰ্ম্মাণ কৰা হৈছে। এই ধনৰ প্ৰায় দুই লাখমান টকা অসমৰ লোকৰপৰা বৰঙণি স্বৰূপে তোলা হৈছে। সঁচাকৈয়ে চিকিৎসালয়খন বৰদলৈৰ এটা উপযুক্ত স্মৃতি-সৌধ হৈ থাকিব—তাত কোনো সন্দেহ নাই। গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'চিনেট হল'টো লোকপ্ৰিয় বৰদলৈৰ নামত সজা হব।

# মনীষী বাণীকান্ত

"যিমান পাৰা সিমান আগবাঢ়ি গৈ থাকা—এয়ে ঈশ্বৰৰ বাণী।"

-বাণীকান্ত

মানুহ যশস্যাপ্রিয়। যশস্যা বিচাৰি মানুহে জীৱনত হাবাথৰি খায়। ই মানুহৰ স্বভাৱ। মনীষী বাণীকান্ত কাকতি এই শ্রেণীৰ লোক নাছিল। যশস্যাইহে তেওঁক খেদি ফুৰিছিল।

স্বৰ্গীয় বাণীকান্ত কাকতি অসমৰ প্ৰথম শাৰীৰ সুসন্তান আছিল। কামৰূপ জিলাৰ বৰপেটা মহকুমাৰ বাটিকুৰিহা গাৱঁত তেওঁৰ ১৮৯৪ চনত জন্ম হয়। বাপেকমৰ নাম আছিল ললিত ৰাম কাকতি। বাণীকান্তই বাপেকৰ মুখ দেখা পোৱা নাছিল। তেওঁ মাকৰ গৰ্ভত থাকোতেই পিতৃবিয়োগ ঘটে। ঘৰৰ অৱস্থা অতি বেয়া আছিল। তেওঁৰ ককাইয়েক পৰমানন্দ কাকতিয়ে বাণীকান্তৰ প্ৰাথমিক শিক্ষাৰ ভাৰ লব লগা হয়। পৰমানন্দ নিজে বাটিকুৰিহা স্কুলৰ শিক্ষক আছিল। সৰুৰেপৰা বাণীকান্তই কিতাপ পঢ়া অভ্যাস কৰে। বৰপেটা হাইস্কুলত তেওঁ ইংৰাজী শিক্ষা আৰম্ভ কৰে। বৰপেটা হাইস্কুলটো তেতিয়া বেচৰকাৰী আছিল। পঢ়াশুনাত বাণীকান্তই মেধা শক্তিৰ পৰিচয় দিছিল। হাইস্কুলত পঢ়োতেই তেওঁ জাৰ্ম্মান পণ্ডিত মেক্সমূলাৰৰ জীৱনী পঢ়ে। সম্ভৱতঃ এইজনা জাৰ্ম্মান পণ্ডিতৰ জীৱনীয়ে বাণীকান্তৰ মনত প্ৰভাৱ বিস্তাৰ কৰি সংস্কৃত আৰু ভাৰতীয় ভাষা অধ্যয়নৰ প্ৰতি তেওঁৰ এটা তৃষ্ণা জগাই তোলে। সংস্কৃত বিষয়ত বাণীকান্ত ইমান চোকা আছিল যে তেওঁ এবাৰ পৰীক্ষাত মুঠ

নম্বৰ এশতকৈ বেছি অৰ্থাৎ ১০৫ নম্বৰ পাইছিল। এই কথাই স্কুলৰ শিক্ষক আৰু ছাত্ৰমহলত চাঞ্চল্যৰ সৃষ্টি কৰে। স্কুলৰ প্ৰধান শিক্ষকে সংস্কৃত শিক্ষক জনক এই বিষয়ত প্ৰশ্ন কৰাত তেওঁ (কৈহাটি সত্ৰৰ ৺লক্ষীনাৰায়ণ গোস্বামী) এই বুলি কৈছিলঃ "বাছাই (বাণীকান্তই) ইমান শুদ্ধ আৰু ভাল উত্তৰ লিখিছে যে মই ৫ নম্বৰ বেছি নিদি নোৱাৰিলো।" কাকতিয়ে পিছৰ জীৱনত যি পাণ্ডিত্য দেখুৱালে.



মনীষী বাণীকান্ত

তাৰ দ্বাৰা প্ৰমাণ হল যে বৰপেটা স্কুলৰ সংস্কৃত শিক্ষকজনে তেওঁৰ আদৰৰ ছাত্ৰ বাণীকান্তৰ মেধাশক্তিৰ প্ৰমাণ পাইছিল।

১৯১১ চনত বৰপেটা হাইস্কুলৰপৰা বাণীকান্তই কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ অসমৰ ছাত্ৰ-ছাত্ৰী সকলৰ ভিতৰত ইংৰাজী বিষয়ত প্ৰথম হৈ সোণৰূপৰ পদক লাভ কৰিছিল। তাৰ পিচত তেওঁ গুৱাহাটীৰ কটন কলেজত

ভৰ্ত্তি হয় আৰু ১৯১৩ চনত এফ-এ পৰীক্ষা দিয়ে। পৰীক্ষাত বাণীকান্তই যি সুনাম অৰ্জ্জন কৰিলে, সি আজিকোপতি কলিকতা বিশ্ববিদ্যালয়ৰ বুৰঞ্জীত ৰৈ আছে। তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ পৰিসৰ আছিল বহুত বহল বঙ্গদেশৰ উপৰিও অসম, বিহাৰ আৰু উৰিষ্যা ৰাজ্য এই বিশ্ববিদ্যালয়ৰ তলত আছিল। ইমানবোৰ ৰাজ্যৰ পৰীক্ষাৰ্থীৰ ভিতৰত এফ-এ পৰীক্ষাৰ মহলাত বাণীকান্ত হল প্ৰথম। কিমান গৌৰৱৰ কথা! বাণীকান্তৰ এই সুখৰ বাতৰিয়ে অসমৰ ইমূৰৰপৰা সিমূৰলৈ আনন্দৰ ঢৌ বোৱালে। ইয়াৰ পিচত বাণীকান্তৰ উচ্চ শিক্ষাৰ বাট মুকলি হল, কাৰণ আৰ্থিক অসুবিধা কিছু পৰিমাণে গুচিল। ১৯১৩ চনত তেওঁ কলিকতাৰ বিখ্যাত প্ৰেচিডেন্সী কলেজত বি-এ শ্ৰেণীত নাম লগায়। দুবছৰ পিচত তেওঁ সেই কলেজৰপৰা ইংৰাজীৰ অনাৰ্ছলৈ দ্বিতীয় শ্ৰেণীৰ চতুৰ্থ স্থান লাভ কৰি বি-এ পাছ কৰে। এইখিনিতে উল্লেখযোগ্য যে বাণীকান্তৰ এফ-এ পৰীক্ষাৰ খবৰত তেওঁৰ হিতকাঙক্ষীসকলে তেওঁক বিলাতত আই-চি-এচ পঢ়ুৱাবলৈ এটা পুঁজি সংগ্ৰহ কৰিছিল, কিন্তু কাৰ্য্যতঃ তেওঁৰ বিলাতলৈ যোৱা হৈ নুঠিল। যি কৰে ঈশ্বৰে মঙ্গল কৰে। বাণীকান্ত বিলাতলৈ পঢ়িব যোৱাহেঁতেন, তেওঁ বৃটিছ আমোলৰ এজন উচ্চ বিষয়া হব পাৰিলে হয়, কিন্তু অসমে তেওঁক এজন ভাষা আৰু সাহিত্যৰ প্ৰথম শ্ৰেণীৰ লোক স্বৰূপে নাপালেহেঁতেন। প্ৰেচিডেন্সী কলেজৰ বি-এ পৰীক্ষাৰ্থীসকলৰ মাজত তেওঁ প্ৰথম হৈছিল। তাৰ কাৰণে তেওঁ প'নি মেমোৰিয়লে বঁটা লাভ কৰিছিল। ১৯১৪ চনৰপৰা ১৯১৭ চনলৈ তেওঁৰ স্বাস্থ্য ভাগি পৰে। সেই হেতুকে ১৯১৭ চনত তেওঁ এম-এ পৰীক্ষা দিব নোৱাৰিছিল। তাৰ পিচৰ বছৰত বাণীকান্তই ইংৰাজীৰ 'এ' গ্ৰুপৰ দ্বিতীয় শ্ৰেণীত এম-এ পাছ কৰে। সেই বছৰতে অৰ্থাৎ ১৯১৮ চনতে তেওঁ কটন কলেজৰ ইংৰাজী বিষয়ত অধ্যাপক নিযুক্ত হয়। বাণীকান্তই এম-এ পৰীক্ষাত প্ৰথম শ্ৰেণী নোপোৱাত

তেওঁৰ পাণ্ডিত্যপূৰ্ণ মনটোৱে শান্তি পোৱা নাছিল। ১৯২৩ চনত তেওঁ এম-এ 'বি' গ্ৰুপত আকৌ পৰীক্ষা দিয়ে। ইবেলি তেওঁ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰে। 'এ' আৰু 'বি' গ্ৰুপৰ পৰীক্ষাৰ্থীসকলৰ মাজত প্ৰথম হয়। তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা কেবাটাও বঁটা আৰু সোণৰ পদক লাভ কৰিছিল। তাৰ পিচতো তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটিছিল; কিন্তু প্ৰায় ছয়-সাত বছৰ ভোগৰ পিচত স্বাস্থ্য ক্ৰমে ভালৰৈ আহে।

কটন কলেজত অধ্যাপক হোৱা কালছোৱাত তেওঁ অন্ততঃ ১৯৩৫ চনলৈ এজন শিক্ষাৰ্থী হিচাপে দিন কটাইছিল। তেওঁ দিন কেইটা গৱেষণামূলক কামত খটুৱাইছিল। তাৰ ফল স্বৰূপে তেওঁ ১৯৩৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰপৰা তেওঁৰ লিখিত গবেষনাৰ ৰচনাত পি-এইচ-ডি উপাধি লাভ কৰে। তেওঁৰ গৱেষণাৰ বিষয়-বস্তু আছিল Assamese—Its Formation and Development (অৰ্থাৎ অসমীয়া ভাষা: ইয়াৰ গঠন আৰু ক্ৰমবিকাশ)। বাণীকান্ত কাকতি অসমীয়াৰ ভিতৰত কলিকতা বিশ্ববিদ্যালয়ৰপৰা এই উপাধি পোৱা প্ৰথম লোক। অধ্যাপক কাকতিয়ে 'ডক্টৰ' উপাধি পোৱাত সকলো মহলতে স্বাভাৱিক উৎসাহ হৈছিল। তেওঁৰ গৱেষণাৰ বিষয় বস্তুটোৰ তাৎপৰ্য্যও এইখিনিতে প্ৰণিধানযোগ্য। অসমীয়া ভাষা যদিও ভাৰতীয় ভাষাসমূহৰ অন্যতম পুৰণি ভাষা তথাপি নানা লোকে ইয়াৰ গুৰি আৰু গঠন সম্পৰ্কে বিকল্প মত পোষণ কৰা দেখা গৈছিল। ভাষাবিদ পণ্ডিতসকলৰ কিছুমানৰ মনতো কেতবোৰ ভুল ধাৰণা অসমীয়া ভাষা সম্পৰ্কে নখকাকৈ নাছিল। ডক্টৰ বাণীকান্তই অসমীয়া ভাষা বিজ্ঞানসন্মত পদ্ধতিত গৱেষণা কৰি প্ৰতিষ্ঠা কৰিলে যে অসমীয়া ভাষা ভাৰতীয় অন্যান্য ভাষাবিলাকৰ দৰে এটা

স্বতন্ত্র ভাষা। ই অন্য ৰাজ্যিক ভাষাৰ বহুতীয়া বা এটা ভেটিবিহীন ভাষা নহয়।

তেওঁ আড়ম্বৰবিহীন জীৱন ভাল পাইছিল। কলেজৰ অধ্যাপক সকলৰ ভিতৰত বাণীকান্তই সম্ভৱতঃ অতি আড়ম্বৰবিহীন আছিল। তেওঁৰ ছাত্ৰসকলে সেই কাৰণে নানাবিধ মন্তব্য কৰিছিল। কিন্তু বাণীকান্ত আছিল প্ৰকৃত সাধক অৰ্থাৎ যি কামতে লাগিছিল তাৰ সাধনা কৰিছিল। বাহিৰা ৰমক-জমকত তেওঁ অলপো বিশ্বাস নকৰিছিল। যি ছাত্ৰই বা বাহিৰা সহকৰ্ম্মীয়ে উপৰুৱা জ্ঞান বিচাৰিছিল, সেইটো বাণীকান্তই সমূলি ভাল নেপাইছিল। এই কথা তেওঁ লুক-ঢাক কৰি ৰখা নাছিল; সময় বিশেষে তেওঁ এই মনোভাব প্ৰকাশ কৰিছিল। সেই কাৰণে হবলা বহুতে বাণীকান্তক নিৰাশ ভাবাপন্ন বুলি কৈছিল। কিন্তু আনৰ মন্তব্যৰ অচিলা লৈ যশস্যা বা আনৰ ভালৰি বিচৰা বিধৰ লোক তেওঁ নাছিল। অৱশ্যে এটা কথা এইখিনিতে উল্লেখ্যযোগ্য। তেওঁৰ যিবোৰ ছাত্ৰই প্ৰকৃত জ্ঞান লাভৰ কাৰণে তেওঁৰ উপদেশ বিচাৰিছিল, বাণীকান্তই গুৰুৱে শিষ্যক দিয়াৰ দৰে তেওঁৰ পৰামৰ্শ আগ বঢ়াইছিল। তেওঁ কিন্তু ভুৰ্ঘোৰ স্পষ্টবাদী লোক আছিল। অপ্ৰিয় হলেও তেওঁ সত্য কথা কবলৈ পিচ পৰা বিধৰ লোক নাছিল। বোধহয় এই কাৰণে তেওঁক এচাম লোকে জীৱনৰ আগছোৱাত ভাল নাপাইছিল। অৱশে বাণীকান্তৰ পাণ্ডিত্যক কোনেও সন্মান নকৰি নোৱাৰিছিল।

ডক্টৰ কাকতিৰ প্ৰতিভাৰ পৰিসৰ বহল আছিল। শিক্ষাদান, শিক্ষালাভ আৰু পাণ্ডিত্যৰ ক্ষেত্ৰত তেওঁ কাৰো ওচৰত মূৰ দোৱাইছিল বুলি কব নোৱাৰি। গোটেই জীৱনটোকে শিক্ষাৰ ক্ষেত্ৰ বুলি বাণীকান্তই ভাবিছিল। অসমীয়া সাহিত্যত শঙ্কৰগুৰু, মাধৱদেৱ আৰু তেৰাসকলৰ পিচৰ সাহিত্যিকসকলৰ সম্পদবোৰ পঢ়ি তেওঁ তাৰপৰা সাহিত্য-

সেৱাক তেওঁৰ জীৱনৰ বুনিয়াদ স্বৰূপে গ্ৰহণ কৰিছিল। এই সেৱাত ব্যতিক্ৰম হোৱাৰ আশঙ্কা কৰি আন ক্ষেত্ৰত তেওঁ তেওঁৰ ব্যক্তিত্ব আৰু শক্তি সুমাবলৈ চেষ্টা নকৰিছিল; বৰঞ্চ অযাচিতভাবে সুযোগ আহিলেও তাক সৰলচিত্তে প্ৰত্যাখ্যান কৰিছিল। তেওঁ বাণীৰ পূজাৰী হিচাপে কটন কলেজৰ নিচিনা উচ্চ শিক্ষানুষ্ঠান এটাৰ অধ্যক্ষ হৈছিল মাথোন কিন্তু যেতিয়া তেওঁক অসমৰ শিক্ষাবিভাগৰ বৰমূৰীয়া পদ যচা হৈছিল তেতিয়া তেওঁ তাক গ্ৰহণ নকৰিছিল। তেওঁ ভয় কৰিছিল কিজানি চৰকাৰী দপ্তৰৰ ৰঙা-ফিতাৰ আউলত তেওঁৰ বাণী-পূজাত বেমেজালি ঘটে! গুৱাহাটি বিশ্ববিদ্যালয় স্থাপন হোৱাত তেওঁ ১৯৪৯ চনত বিশ্ববিদ্যলয়ৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক নিযুক্ত হয় আৰু তাৰ পিচত বিশ্ববিদ্যালয়ৰ 'কলা-গুৰু' (Dean of the Faculty of Art) পদত উঠে।

তেওঁ যে সকলো বিধৰ পদ-মৰ্য্যাদা ভাল নাপাইছিল তাৰ এইখিনিতে উল্লেখযোগ্য। আজিকালি ৰাজনীতিৰ যুগ। সকলোৰে কম-বেছি হিচাপে ৰাজনীতিৰ জীৱন ভাল পায়। কিন্তু বাণীকান্তৰ ক্ষেত্ৰত এই কথা সমূলি নেখাটিছিল। ১৯৫২ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ সময়ত তেওঁৰ গুণমুগ্ধ বন্ধু কেইজনমানে গুৱাহাটী সমষ্টিৰপৰা তেওঁ অসম বিধান সভালৈ কংগ্ৰেছী প্ৰাৰ্থী হিচাপে থিয় কৰিবলৈ তেওঁৰ হবলৈ ওচৰ চাপে। কিন্তু বাণীকান্তই এই অনুৰোধ ৰক্ষা নকৰিলে। কোনে জানে এই অনুৰোধ ৰক্ষা কৰি নিৰ্ব্বাচনত অবতীৰ্ণ হোৱা হলে বাণীকান্তই শিক্ষামন্ত্ৰীৰ পদ পালে-হেঁতেন। কিন্তু তেওঁ ৰাজনীতিৰ মেৰপাকত সোমোৱা বিধৰ লোক নাছিল। এবাৰ অসম-লোকসেৱা আয়োগৰ সভাপতিৰ পদটোও অসম চৰকাৰে তেওঁক যাচিছিল; কিন্তু বাণীকান্তই তাকো গ্ৰহণ নকৰিছিল।

মানুহ হিচাপে বাণীকান্ত সৰল, দয়াশীল, আলাপপ্ৰিয় আৰু নিজে

গণ্য লোক আছিল।

১৯৫৫ চনৰ ২৫ নবেম্বৰৰ দিনা ৰাতিপুৱা তেওঁ গুৱাহাটী বিহাৰাৰীৰ নিজা ঘৰত হঠাৎ পৰলোক হয়। তেওঁৰ মৃত্যু ইমান আকস্মিক যে নগৰত কোনেও প্ৰথমতে বিশ্বাস কৰিব পৰা নাছিল। তেওঁৰ স্বাস্থ্য ভালেই আছিল যদিও দুমাহ আগতে পত্নীৰ বিয়োগে তেওঁৰ মনত আঘাত দিছিল। মৃত্যুৰ দিনা ৰাতিপুৱা তেওঁ প্ৰাতঃভ্ৰমণ কৰিবলৈ গৈছিল। তাৰপৰা ঘূৰি আহি অস্বস্তি বোধ কৰে আৰু খন্তেক পিচতে ইহলীলা সম্বৰণ কৰে।

ডাঃ বাণীকান্ত কাকতি আছিল এজন প্ৰকৃত বাণী-পুত্ৰ। তেওঁৰ অকালমৃত্যুত (তেওঁ মাত্ৰ ৫৯ বছৰত ভৰি দিছিল) অসমে এজনা প্ৰতিভাৱান পণ্ডিত হেৰুৱালে; অসমীয়া ভাষা আৰু সাহিত্য আধুনিক যুগৰ এজন বিচক্ষণ সেৱকৰপৰা বঞ্চিত হ'ল। সুসাহিত্যিক ভাষাতত্ত্ববিদ বাণীকান্তৰ গুণৰাশিৰপৰা অসম আই বঞ্চিত হোৱাত ৰাজ্যৰ এই সন্ধিক্ষণত অসমীয়া সমাজৰ অপূৰণীয় ক্ষতি হ'ল—তাক সকলোৱে স্বীকাৰ কৰিব লাগিব।

# সাহিত্যব্ৰতী কালিৰাম

স্বৰ্গীয় কালিৰাম মেধি অসমৰ এজনা নামজলা সাহিত্যিক আছিল। সাহিত্যই আছিল তেওঁৰ ব্ৰত। কুৰি শতিকাৰ লগে লগে অসমীয়া ভাষা আৰু সাহিত্যই নিজস্বতা স্থাপন কৰিবলৈ যিসকলৰ সেৱা পাইছিল, সেইসকলৰ ভিতৰত আছিল তেৰেঁা এজন।

মেধি ডাঙৰীয়াই এটা গাৱঁৰ পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল ১৮৮০ চনত। তেওঁ কামৰূপৰ হাজো এলাকাৰ ৰামদিয়া গাৱঁৰ লোক। পিচত গুৱাহাটীত স্থায়ীভাৱে বসতি কৰে। তেওঁৰ বাপে-কৰ নাম আছিল ভূকালি মেধি আৰু মাকৰ নাম আছিল সোণতৰা। মাক-বাপেক সাধাৰণ গাৱঁলীয়া লোক। তথাপি বাপেকে কালিৰামৰ লিখা-পঢ়াৰ যত্ন লৈছিল। লৰাকালৰেপৰা তেওঁৰ বৈষ্ণৱ ধৰ্ম্মৰ প্ৰতি এটা আগ্ৰহ হয়, আৰু বৈষ্ণৱ ধৰ্ম্ম সম্পৰ্কীয় সৰু সৰু কিতাপ-বোৰ পঢ়িবলৈ শিকে। এই বিষয়ত স্থানীয় এজনা বৈষ্ণৱ আতৈৰ উপদেশ পাইছিল। বোধহয় তেওঁৰ প্ৰভাৱৰ কাৰণে কালিৰাম মেধি দেৱে বৈষ্ণৱ সাহিত্য আৰু ধৰ্ম্ম বিষয়ে যথেষ্ট ব্যুৎপত্তি লাভ কৰিছিল।

তেওঁ ২৩ বছৰ বয়সত কলিকতা বিশ্ব-বিদ্যালয়ৰ বিজ্ঞান বিষয়ত এম-এ উপাধি লাভ কৰে। তেতিয়াৰ দিনত উচচশিক্ষিত ডেকা সকলে উপাধি লৈয়েই চব্-ডিপুটী কলেক্টৰৰ কামত সোমাবলৈ আকাঙ্ক্ষা কৰিছিল। বৃটিছৰ আমোলত তাহানি এনে কাম পোৱা বৰ ভাগ্য বুলি সমাজত এটা প্ৰবাদ চলি আহিছিল। তেওঁ চৰকাৰী কামত খ্যাতি অৰ্জ্জন কৰিছিল। তাৰ পুৰস্কাৰ স্বৰূপে ১৯০৯ চনত

হাকিমৰ পদত উঠে। তাৰ পিচত অৱসৰ লোৱাৰ আগত জিলাৰ উপায়ুক্ত পদৰ নিচিনা উচ্চ পদত ভৰ্ত্তি হয়। জিলাৰ উপায়ুক্ত পদটো ইংৰাজী উচ্চ বিষয়া আৰু আই-চি-এচ লোকৰ কাৰণে আছিল। কালিৰাম মেধিয়ে কিন্তু কামৰ দক্ষতাৰ বলত এই পদটো লাভ কৰিছিল।

সেই সময়ত যি চাম অসমীয়া ডেকাই উচ্চ চাকৰি কৰিছিল



সাহিত্যব্ৰতী কালিৰাম

তেওঁলোকৰ বেছিভাগেই অসমীয়া সাহিত্য সেৱা কৰাটো এটা ব্ৰত বুলি ধৰি লৈছিল। তেওঁলোকৰ সেৱাৰ গুণতেই অসমীয়া ভাষা আৰু সাহিত্যই নানা দুৰ্য্যোগৰ মাজেদিও দোপতদোপে উন্নতি কৰিছিল। অসমীয়া ভাষা আৰু সাহিত্যই আজিকোপতি দুৰ্য্যোগৰ পৰা সম্পূৰ্ণভাবে মুক্ত হব পৰা নাই। নানা বাধা-বিঘিনি আজিও অসমীয়া ভাষাৰ বাটত বৈ আছে। অৱশ্যে আমাৰ দেশখন স্বাধীন হোৱাৰ লগে লগে এটা নতুন আশাৰ সঞ্চাৰ হৈছে। অসমৰ বাহিৰৰ

কেতবোৰ ৰঘুমলাই আজিও বাট আগচি আছে। এই ৰঘুমলাবোৰ গুচাই অসমীয়া সাহিত্য সেৱা কৰাৰ ভাৰ পৰিছে ডেকা সাহিত্যিক চামৰ ওপৰত। কালিৰাম মেধি প্ৰভৃতি লোকৰ আদৰ্শ সকলোৱে লোৱা উচিত।

মেধি ডাঙৰীয়াৰ সাহিত্যিক জীৱন আৰম্ভ হয় সেই সময়ৰ অসমীয়া আলোচনী খনদিয়েকৰ মাজেদি। তেওঁ বিজ্ঞানৰ ছাত্ৰ আছিল যদিও ছাত্ৰ অৱস্থাত অসমীয়া সাহিত্যৰ পুৰণি সম্ভাৰবোৰৰ সোৱাদ লবলৈ শিকিছিল। তেতিয়া 'অসম-বান্ধৱ' আৰু 'আলোচনী'ত তেওঁ সৰু সৰু প্ৰবন্ধ লিখে। তেওঁ 'অসম-বান্ধৱ'ৰ এজনা প্ৰধান পৃষ্ঠপোষক আৰু পৰিচালক আছিল। আগছোৱাত মেধিয়ে সকলোবিধৰ প্ৰবন্ধ লিখিছিল। কিন্তু ১৯১২ চন মানৰ পৰা তেওঁ বৈষ্ণৱ সাহিত্যত পূৰ্ণ মনোনিবেশ খটায়। তেওঁ প্ৰাক-শঙ্কৰী সাহিত্য যুগৰ কবি হেম সৰস্বতীৰ 'প্ৰহ্লাদ-চৰিত' পুথিখনৰ সংকলন কৰে। সেই সময়ৰপৰা সমালোচনা সাহিত্যাই এটা নতুন সুঁতি পায়। মেধি ডাঙৰীয়াই ব্ৰজাৱলী ভাষা আৰু বৈষ্ণৱ সাহিত্যৰ কি সম্পৰ্ক তাকে প্ৰণালীবদ্ধভাবে গৱেষণা কৰিছিল। তেওঁ সম্পাদন কৰা আন এখন পুথি হল 'অঙ্কাৱলী'। এইখন পুথিত তেওঁ শঙ্কৰদেৱৰ ছখন, মাধৱদেৱৰ নখন, গোপাল আতাৰ দুখন, ৰামচৰণ ঠাকুৰৰ এখন, দ্বিজভূষণৰ এখন আৰু দৈত্যাৰি ঠাকুৰৰ দুখন নাটক সংকলন কৰিছে। তেওঁ বৈষ্ণৱ সাহিত্য গভীৰভাবে গৱেষণা কৰি তাত থকা ৰত্নবোৰ নতুন আকাৰত আনি সমাজত দাঙি ধৰিছিল। পুথিখনত দীঘলীয়া এটা ইংৰাজী পাতনি দিছিল। ইয়াৰ উদ্দেশ্য আছিল অসমৰ বাহিৰৰ লোকেও যাতে অসমীয়া পুৰণি সাহিত্যৰ সম্যক জ্ঞান পায়। মেধি ডাঙৰীয়াই আনে কৈ যোৱা বা প্ৰচলিত মতবোৰক সাবটি নাথাকি অসমীয়া

সাহিত্য যে অতি প্ৰাচীন আৰু চহকী তাক প্ৰমাণ কৰিছিল। এই বিষয়ত অসমীয়া লেখক আৰু সাহিত্যিক সকলৰ মাজত কালিৰাম মেধিক এজনা ওজা বুলি মানি লোৱা হৈছিল। তেওঁ বিশ্ব-বিদ্যা-লয়ৰপৰা সন্মান লাভৰ কাৰণে গৱেষণা কাৰ্য্য কৰা নাছিল। তেওঁ অসমীয়া ভাষা আৰু সাহিত্যৰ গৱেষণা কাৰ্য্য আশাশুধীয়াভাবে হাতত লোৱাৰ উদ্দেশ্য আছিল অসমীয়া ভাষাব প্ৰতি তেওঁৰ অহৈতুকী প্ৰেম। তেওঁৰ লিখিত 'Assamese Grammar and Origin of the Assamese Languag'e নামৰ পুথিখন অসমীয়া ভাষা সাহিত্যৰ এটা ডাঙৰ সম্পদ। এই গ্ৰন্থখন তেওঁৰ কেবা বছৰৰো পৰিশ্ৰমৰ ফল। কিতাপখনত বহুলভাবে ইংৰাজী টিপ্পনী দিয়া আছে। ই তেওঁৰ যুগমীয়া কীৰ্ত্তি-স্বৰূপ। তেওঁৰ আন আন গ্ৰন্থবোৰ হৈছে—'শ্ৰীশঙ্কৰদেৱৰ বাণী'; 'অঙ্কাৱলী'ৰ দ্বিতীয় খণ্ড। তেওঁ অসমীয়া জাতিৰ জাতীয় উৎসব 'বিহু' সম্পৰ্কে সকলো ফালৰপৰা অধ্যয়ন কৰি সেই বিষয়ে এখনি প্ৰণালীবদ্ধ গ্ৰন্থ সংকলন কৰাত জীৱনৰ শেহ ছোৱাত ব্যস্ত আছিল। তেওঁৰ এই কাম সম্পূৰ্ণ নহল।

এসময়ত অসমত উজনি আৰু নামনি অসমৰ সাহিত্যিকসকলৰ মাজত অসমীয়া ভাষাৰ আঁতি-গুৰি সম্পৰ্কে বাদানুবাদ উঠিছিল। আচলতে সেয়েই সাহিত্যিকসকলৰ ভিতৰত এখন গৃহযুদ্ধৰ ৰূপ লোৱাব খুজিছিল। মেধি ডাঙৰীয়াই এই গৃহযুদ্ধত মধ্যস্থতা কৰি বাদানুবাদ মীমাংসা কৰে। তেওঁ দেখিছিল যে যি সময়ত অসমীয়া ভাষা-সাহিত্যই গা কৰিবলৈ ওলাইছিল, সেই সন্ধিক্ষণত অসমীয়া ভাষাৰ সেৱকসকলৰ মাজত গৃহযুদ্ধ হলে মাতৃ-ভাষাৰ ঘোৰ অন্যায় হব। মেধি ডাঙৰীয়াই কোনো মতকে আঁকোৰগোঁজভাৱে ধৰি নাথাকিছিল। এই বিষয়ত তেওঁ উদাৰমনা আছিল।

অসমীয়া সংস্কৃতি-ক্ষেত্ৰতো তেওঁ যথেষ্ট অৰিহণা যোগাইছিল।

কামৰূপ অনুসন্ধান সমিতি, আৰু অনুসন্ধান সমিতিৰপৰা প্ৰকাশিত আলোচনী আৰু গ্ৰন্থসমূহ, প্ৰকাশত তেওঁ সদায় সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। তেওঁ ১৯১৬ চনত অসম সাহিত্য সভাৰ সভাপতি হৈছিল।

স্বৰ্গীয় কালিৰাম মেধি সঁচাকৈয়ে এজন নিস্বাৰ্থ সাহিত্যব্ৰতী, অসমীয়া সংস্কৃতি উদ্ধাৰ আৰু সংগ্ৰহ কাৰ্য্যত আগৰণুৱা লোক আছিল। তেওঁ ১৯৫৪ চনৰ ২৪ জানুৱাৰীৰ দিনা গুৱাহাটীত তেওঁৰ নিজা ঘৰত পৰলোক গমন কৰে।

# ৰাজনীতিজ্ঞ ছাদুল্লা

অসমৰ লব্ধপ্ৰতিষ্ঠ ৰাজনীতিজ্ঞ লোকসকলৰ ভিতৰত ছৈয়দ মহম্মদ ছাদুল্লা আছিল অন্যতম।

১৮৮৫ চনৰ ২১ মে'ৰ দিনা গুৱাহাটীৰ লাখটকীয়াৰ ছৈয়দ পৰিয়ালত তেওঁৰ জন্ম হয়। তেওঁ কটন কলেজিয়েট উচচ ইংৰাজী স্কুলত শিক্ষালাভ কৰি স্থানীয় কটন কলেজত কলেজীয়া শিক্ষা লয় আৰু তাৰ পিচত কলিকতা প্ৰেচিডেন্সী কলেজৰপৰা ৰসায়ন বিজ্ঞানত এম-এচ-চি ডিগ্ৰী লাভ কৰে। কিছুদিন গুৱাহাটী সোণাৰাম হাইস্কুলত শিক্ষকতাৰ কাম কৰি পিচত কটন কলেজত ৰসায়ন বিজ্ঞানৰ এচিষ্টেণ্ট লেকচাৰাৰ পদত কাম কৰে। ১৯০৯ চনত তেওঁ ল পৰীক্ষাত উত্তীৰ্ণ হয় আৰু গুৱাহাটীতে ওকালতি ব্যৱসায় আৰম্ভ কৰে। ইতিমধ্যে অসম চিভিল চাৰ্ভিচৰ কাম তেওঁক যচা হৈছিল; কিন্তু তেওঁ চৰকাৰী কাম নকৰিবলৈ সিদ্ধান্ত লয়। ছৈয়দ ছাদুল্লাই তেতিয়াৰপৰা স্বাধীন ওকালতি ব্যৱসায় আৰু ৰাজনীতিত যোগ দিবলৈ স্থিৰ কৰে।

ছৈয়দ ছাদুল্লা চাহাবৰ ৰাজনৈতিক জীৱন আৰম্ভ হয় ১৯১৩ চনৰ পৰা। তেতিয়াৰপৰা ১৯৫১ চনলৈকে তেওঁ ৰাজনীতিৰ বিভিন্ন ভূমিকাত ৰাজহুৱা জীৱন কটায়। প্ৰায় ৩৮ বছৰ কাল অসমৰ আৰু ভাৰতীয় ৰাজনীতিৰ ক্ষেত্ৰত ছৈয়দ ছাদুল্লাৰ কাৰ্য্যাৱলী ৰূপায়িত হয়। এনে সুদীৰ্ঘ ৰাজনীতিৰ কাম অসমৰ কোনো ৰাজনীতিজ্ঞ লোকৰ জীৱনত হোৱা নাই বুলি কব পাৰি। ১৯১৩ চনৰপৰা

১৯২০ চনৰ ভিতৰত ছৈয়দ ছাদুল্লা চাহাব তেতিয়াৰ অসম ব্যৱস্থাপক সভালৈ দুবাৰো নিৰ্ব্বাচিত হয়। ইতিমধ্যে ১৯১৯ চনত গুৱাহাটী মিউনিচিপাল ব'ৰ্ডৰ এবাৰ চেয়াৰম্যান পদত নিৰ্ব্বাচিত হয়। তাৰ পিচত তেওঁ কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰিবলৈ যায়। তাত প্ৰায় চাৰিবছৰমান কাল থকাৰ পিচত ১৯২৪ চনত পুনৰায় অসম ব্যৱস্থাপক সভালৈ সদস্য নিৰ্ব্বাচিত হয়। তেতিয়াৰপৰা তেওঁৰ ৰাজনৈতিক জীৱনৰ কাৰ্য্যাৱলীৰ বিশেষ পৰিচয় পোৱা যায়।



ৰাজনীতিজ্ঞ ছাদুল্লা

১৯২৪ চনত তেওঁ পুৰণি শাসন সংস্কাৰৰ তলত শিক্ষা আৰু কৃষি বিভাগৰ মন্ত্ৰী নিয়োগ হয়। মন্ত্ৰীৰ পদত ১৯২৪ চনৰপৰা ১৯২৯ চনলৈ, আকৌ ১৯২৯ চনৰপৰা ১৯৩৪ চনলৈ ছৈয়দ ছাদুল্লা চাহাব থাকি অসমৰ শাসন বিষয়ত যথেষ্ট অভিজ্ঞতা লাভ কৰে। ইংৰাজৰ আমোলত তেওঁ তৎকালীন বৃটিছ শাসন কৰ্ত্তাসকলৰ সমৰ্থন লাভ কৰিছিল আৰু অসমৰ 'একজিকিউটিভ কাউন্সিল'ৰ

সহকাৰী সভাপতিৰ নিচিনা দায়িত্বৰ গুৰুভাৰ লাভ কৰিছিল। ইয়াৰ দ্বাৰা ছৈয়দ ছাদুল্লা চাহাবৰ সামৰ্থ্য প্ৰমাণ হৈছিল।

১৯৩৪ চনৰপৰা ১৯৩৬ চনলৈ দুবছৰৰ কাৰণে তেওঁ আকৌ কলিকতালৈ গৈ উচ্চ ন্যায়ালয়ত ওকালতি আৰম্ভ কৰে। এই কালছোৱাত ৰাজ্যৰ ৰাজনৈতিক প্ৰবাহৰ নতুন গতি হয়। সমগ্ৰ ভাৰতবৰ্ষ জুৰি নতুন ৰাজনৈতিক ঢৌ পৰিলক্ষিত হয়। ইতিমধ্যে ১৯৩৫ চনৰ ভাৰত শাসন সংস্কাৰ প্ৰবৰ্ত্তন কৰা হয় ১৯৩৬ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ যোগেদি। তেতিয়া কংগ্ৰেছৰ তৰফৰ পৰা এই শাসন গ্ৰহণ কৰাৰ কথা উঠা নাছিল। ছৈয়দ ছাদুল্লা চাহাবে ১৯৩৭ চনৰ নিৰ্ব্বাচনত অসম ব্যৱস্থাপক পৰিষদলৈ নিৰ্ব্বাচিত হৈ অসমত মন্ত্ৰীসভা গঠন কৰে। প্ৰথমতে তেওঁ মুছলিম লীগত যোগ দিয়া নাছিল; তেওঁ চাহ-বাগিচাৰ য়ুৰোপীয় আৰু তেওঁলোকৰ বহতীয়া সমৰ্থক লোকৰ সহযোগত তেওঁৰ মন্ত্ৰীসভাৰ অস্তিত্ব ৰাখি আছিল। কিন্তু সময়ৰ সুযোগ বুজি তেওঁ ইতিমধ্যে মুছ্‌লিম লীগত যোগদান কৰে। ইপিনে অসমত ছাদুল্লা মন্ত্ৰীসভাৰ বিৰুদ্ধে কংগ্ৰেছী দলৰ জৰীয়তে এটা প্ৰবল জনমত গঠন হয়। ১৯৩৮ চনত কংগ্ৰেছী দলে উত্থাপন কৰা এটা অনাস্থাসূচক প্ৰস্তাৱৰ ফলত ছাদুল্লা মন্ত্ৰীসভাৰ প্ৰথম বাৰৰ কাৰণে পতন হয় আৰু কংগ্ৰেছ যুক্ত মন্ত্ৰীসভা গঠন হয়। কিন্তু দেশত যুদ্ধ-বিৰোধী আন্দোলন ইতিমধ্যে গঢ়ি উঠে আৰু কংগ্ৰেছ যুক্ত মন্ত্ৰীসভাই কংগ্ৰেছৰ নিৰ্দ্দেশমতে পদত্যাগ কৰে। এই সুযোগ লৈ ছৈয়দ ছাদুল্লাই পুনঃ মুছলিম্ লীগ মন্ত্ৰীসভা গঠন কৰি ১৯৪৬ চনলৈ শাসনকাৰ্য্য চলাই থাকে। ১৯৪৬ চনৰ সাধাৰণ নিৰ্ব্বাচনত অসমত প্ৰথম বাৰৰ কাৰণে কংগ্ৰেছ দলে সংখ্যাগৰিষ্ঠতা লাভ কৰি পূৰ্ণ কংগ্ৰেছী মন্ত্ৰীসভা গঠন কৰে। ছৈয়দ ছাদুল্লা চাহাব অসম ব্যৱস্থাপক পৰিষদলৈ নিৰ্ব্বাচিত হয়, কিন্তু তেওঁ বিৰোধী দলপতি

হিচাপে থাকিব লগীয়া হয়। ভাৰতৰ নতুন সংবিধানমতে ১৯৫২ চনত হোৱা সাধাৰণ নিৰ্ব্বাচনত তেওঁ স্বাধীন প্ৰাৰ্থী হিচাপে মনোনয়ন পত্ৰ দাখিল কৰিছিল ; কিন্তু মনোনয়ন পত্ৰ নাকচ হোৱাৰ ফলত তেওঁ নিৰ্ব্বাচনত অৱতীৰ্ণ হব নোৱাৰিলে। এই প্ৰসঙ্গতে এইটো উল্লেখযোগ্য যে ছৈয়দ মহম্মদ ছাদুল্লাই নিৰ্ব্বাচনৰ আগতে কংগ্ৰেছত কিছুদিনৰ কাৰণে যোগ দিছিল ; কিন্তু কংগ্ৰেছৰ লগত মতবিৰোধ হোৱাত তাৰপৰা বিদায় লয়। ১৯৫১ চনৰপৰা মৃত্যুৰ সময়লৈকে তেওঁক ৰাজনৈতিক বা আন ৰাজহুৱা জীৱনৰপৰা কাৰ্য্যতঃ অৱসৰ লোৱা দেখা গৈছিল।

ভাৰতৰ গণ-পৰিষদৰ কালছোৱাত ছৈয়দ ছাদুল্লা অসমৰপৰা অন্যতম সদস্যৰূপে গণ-পৰিষদলৈ নিৰ্ব্বাচিত হৈছিল। ভাৰত সংবিধানৰ পাণ্ডু-লিপি ৰচনা কৰিবলৈ গণ-পৰিষদে যি কমিটী পাতি দিছিল, ছৈয়দ ছাদুল্লা তাৰ এজন সদস্য আছিল।

ছাদুল্লা চাহাব এজন লব্ধপ্ৰতিষ্ঠ ৰাজনীতিজ্ঞ লোক আছিল বুলি আগতে কোৱা হৈছে। কিন্তু তেওঁৰ বিভিন্ন কাৰ্য্যাৱলীয়ে বিভিন্ন মহলত নানাবিধ প্ৰতিক্ৰিয়া আনিছিল। যি সময়ত অসমক মুছলিম্ লীগে পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ প্ৰবল চেষ্টা কৰিছিল, সেই সময়ত ছৈয়দ মহম্মদ ছাদুল্লাৰ ৰাজনৈতিক ভূমিকাই অসমীয়া মানুহৰ মনত আতঙ্কৰ সৃষ্টি কৰিছিল। থলুৱা অসমীয়াই চাকৰি-বাকৰিত তেওঁ-লোকৰ প্ৰাপ্যখিনি নাপাইছিল ; অথচ নানা অজুহাতত ছাদুল্লা চাহাবে মৈমনচিঙীয়া লোকক অসমলৈ আমদানি কৰি অসমৰ বিভিন্ন সমস্যাবোৰ জটিলতৰ কৰি তুলিছিল বুলি বিধান সভাত তেওঁৰ বিৰুদ্ধে অভিযোগ উঠিছিল। অৱশ্যে তেওঁ সেই সময়ৰ ৰাজনৈতিক অৱস্থাৰ অস্থিৰতাৰ হেতু লীগ ৰাজনীতিৰ বাট লোৱাটোকে সমীচীন বুলি ভাবিছিল। কিন্তু তেওঁ সেই বাট নলৈ খিলঞ্জীয়া অসমীয়া

লোকৰ অৰ্থাৎ হিন্দু-মুছলমান সম্প্ৰদায়নিৰ্ব্বিশেষে সামূহিক স্বাৰ্থৰ অনুকূলে যোৱা হলে ছৈয়দ ছাদুল্লাই ভাৰতৰ ৰাজনীতিৰ ভূমিকাত আগ ভাগ লব পাৰিলেহেঁতেন। তেওঁ বিশেষ সম্প্ৰদায় আৰু দলীয় স্বাৰ্থৰ যোগেদি নিজৰ শক্তি প্ৰয়োগ কৰিবলৈ বাধ্য হৈছিল।

ছৈয়দ মহম্মদ ছাদুল্লা অসমৰ একমাত্ৰ 'ছাৰ' উপাধি (knight-hood) পোৱা লোক আছিল। পিচত মুছলিম্ লীগৰ নিৰ্দ্দেশ অনুসৰি 'ছাৰ' খিতাপ ত্যাগ কৰে।

ছাদুল্লা চাহাবৰ ৰাজনীতিৰ বাদানুবাদৰ ফালটো বাদ দিলে তেওঁ এজনা গুণী মানুহ আছিল। তেওঁ গম্ভীৰ আৰু সৰল প্ৰকৃতিৰ লোক আছিল। খেলা-ধূলাত তেওঁৰ বৰ মন আছিল। অসমৰ প্ৰধানমন্ত্ৰীৰ পদত থাকিও তেওঁ ক্লাবলৈ যোৱা, খেল চোৱা, ঘোৰা-খেলত যোগ দিয়া আদি কাম বাদ দিয়া নাছিল। সেই হিচাপে তেওঁ এজন লেখতলবলগীয়া খেলুৱৈ আছিল বুলি কব পাৰি। তেওঁ এজন পৰম নিষ্ঠাবান লোক আছিল। বন্ধুৰ প্ৰতি তেওঁ বৰ দয়ালু আছিল।

১৯৫৫ চনৰ জানুৱাৰীৰ ৮ তাৰিখৰ দিনা গুৱাহাটীত ৭০ বছৰ বয়সত ছৈয়দ ছাদুল্লা চাহাবৰ মৃত্যু হয়।

# চিৰপ্ৰফুল্ল জ্ঞানদাভিৰাম

অসম আইৰ কৃতী সন্তানসকলৰ ভিতৰত স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱা অন্যতম। তেওঁক সকলোৱে 'প্ৰিন্সিপাল জে-বৰুৱা' বুলিয়েই জানিছিল। তেওঁৰ নিচিনা চিৰপ্ৰফুল্ল, উদাৰ, মহান, চিৰহাস্যময় লোক আমাৰ মাজত আজিলৈকে ওপজা নাই বুলি কব পাৰি।

জে-বৰুৱাৰ জন্ম হয় ১৮৮০ চনৰ ১৯ তাৰিখে নগাৱঁৰ ফৌজদাৰী পটিত। তেওঁৰ দেউতাক অসমৰ জনাজাত সাহিত্যিক আৰু বুৰঞ্জীবিদ্ আছিল; তেওঁৰ নাম আছিল গুণাভিৰাম বৰুৱা। এই বৰুৱা পৰিয়ালটো অসমৰ লেখতলবলগীয়া পৰিয়াল। স্বৰ্গীয় গুণাভিৰাম বৰুৱা তাহানিৰ আমোলত চৰকাৰী উচচ বিষয়া আছিল। কিন্তু দুখৰ বিষয় জে-বৰুৱাই ১৪ বছৰ বয়স পাওঁতেই দেউতাকৰ ১৮৯৪ চনত মৃত্যু হয়। তেওঁৰ শিক্ষা আৰম্ভ হৈছিল মাত্ৰ। সি যি নহওক, যিসকলৰ ওপৰত বৰুৱাৰ শিক্ষাৰ ভাৰ পৰিল, তেওঁলোকে ল'ৰা জে-বৰুৱাক বিলাতলৈ বেৰিষ্টাৰী পঢ়িবলৈ পঠাবলৈ স্থিৰ কৰিলে। ইয়াতে এইটো উল্লেখযোগ্য যে জে-বৰুৱাৰ তত্ত্বাবধান লোৱা লোকসকলৰ ভিতৰত স্বৰ্গীয় আনন্দমোহন বসুৰ নিচিনা স্বনামধন্য লোকো আছিল। (এওঁ ভাৰতীয় কংগ্ৰেছৰ ১৮৯৮ চনত মাদ্ৰাজত বহা অধিবেশনৰ সভাপতি আছিল।) মাত্ৰ ১৬ বছৰ বয়সতে জে-বৰুৱাই ১৮৯৬ চনত বিলাতলৈ যায়। ইমান কম বয়সত সুদূৰ বিলাতলৈ যোৱাটো তেতিয়া একৰকমে ভাবিব নোৱাৰা কথা আছিল। কিন্তু পিতৃহাৰা জে-বৰুৱাই ৰংমনে উচচ শিক্ষা

লবলৈ দেশান্তৰ হবলৈ অলপো কুণ্ঠা বোধ কৰা নাছিল। চাৰি বছৰ শিক্ষা লাভৰ পিচত জে-বৰুৱা ১৯১০ চনত ভাৰতলৈ উভতি আহে। ইয়াৰ মাজতে এবাৰ দেশলৈ আহি ১৯০৬ চনত কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ পৰিনাতিনী অৰ্থাৎ ৺অৰুণেন্দ্ৰনাথ ঠাকুৰৰ ছোৱালী লতিকা দেৱীক বিয়া



জ্ঞানদাভিৰাম

কৰায়। বিয়াৰ পিচত শিক্ষা সম্পূৰ্ণ কৰিবলৈ পুনঃ বিলাতলৈ যায়। লণ্ডনৰ গ্ৰে' কলেজৰপৰা বেৰিষ্টাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ জে-বৰুৱাই ১৯১০ চনত ভাৰতলৈ প্ৰত্যাবৰ্ত্তন কৰে।

জে-বৰুৱাই প্ৰথমতে আইন-ব্যৱসা্য লবৰ অভিপ্ৰায়ে কলিংতা উচ্চ ন্যায়ালয়ত ওকালতি আৰম্ভ কৰে। কিন্তু তাত থকাৰ কিছুদিনৰ

পিচতে তেওঁ অসম চিভিল চাৰ্ভিচ কামত মকৰল হয়। প্ৰথমতে তেওঁ গুৱাহাটীত মুনচিফ আৰু হাকিমৰ পদত নিযুক্তি পায়। ইতিমধ্যে ১৯১৪ চনত গুৱাহাটী চহৰতে অসমৰ জনচেৰেক শিক্ষানুৰাগী লোকৰ প্ৰচেষ্টাৰ যোগেদি অসমৰ চীফ্ কমিচনাৰ আৰ্চ ডেল আৰ্ল চাহাবৰ নামত এখন আইন কলেজ স্থাপিত হয়। এই কলেজৰ প্ৰথম অধ্যক্ষ হয় জে-বৰুৱা। সেয়েহে তেওঁক সকলোৱে 'প্ৰিঞ্চিপাল জে-বৰুৱা' বুলি জানিছিল। আৰ্ল ল কলেজৰ লগত জে-বৰুৱাৰ সম্পৰ্ক ইমান অভেদ হৈ গঢ়ি উঠিছিল যে কলেজখনৰপৰা জে-বৰুৱাক বা জে-বৰুৱাক কলেজখনৰ পৰা বেলেগ বেলেগকৈ ভাবিব পৰা নগৈছিল। এই কলেজৰ অধ্যক্ষ পদত জে-বৰুৱা ১৯১৪ চনৰ পৰা ১৯৩৭ চনলৈ আছিল; তাৰ পিচত তেওঁ অৱসৰ গ্ৰহণ কৰে। এই সম্পৰ্কত আৰ্ল ল কলেজখনৰ কথা অলপ বহলাই কোৱা প্ৰাসঙ্গিক হব। আজি অসমৰ জাতীয় জীৱনৰ গুৰিধৰোতাসকলৰ অধিকাংশই আৰ্ল ল কলেজৰ ছাত্ৰ। সেই হিচাপে অসম ৰাজ্যৰ বৰ্ত্তমান গুৰিধৰোতা-সকলৰ বহুতো জে-বৰুৱাৰ ছাত্ৰ আছিল। দৰাচলতে বৰুৱাৰ আদৰ্শস্থানীয় চৰিত্ৰ আৰু সৰলতাই সকলো ছাত্ৰকে মুহিব পাৰিছিল। তেওঁক সকলোৱে এটা অনুষ্ঠান স্বৰূপ বুলিহে গণ্য আৰু ভক্তি কৰিছিল। আৰ্ল ল কলেজখনৰ এতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ ল কলেজ বুলি নতুন নামকৰণ হৈছে।

জে-বৰুৱা আছিল এজন নিৰ্ভীক লোক। তেওঁৰ সমসাময়িক চাকৰিয়াল আৰু সহকৰ্ম্মী বহুতে বৃটিছৰ আমোলত বিবিধ অনুগ্ৰহ পাইছিল; কিছুমানে বৃটিছ চৰকাৰে দিয়া খিতাপ আদিও লাভ কৰিছিল। কিন্তু জে-বৰুৱাই এইবোৰৰ অভিলাষ কৰা নাছিল। তেওঁৰ নিচিনা সম্ভ্ৰান্ত বংশৰ আৰু উচচ বিষয়া এজনে বিদেশী চৰকাৰৰ অনুগ্ৰহ নোলোৱাটোৱেই প্ৰমাণ কৰিছিল যে তেওঁ স্বাধীনচতীয়া

লোক আছিল। বৃটিছৰ আমোলত তেওঁ যথোচিত সমাদৰ পোৱা নাছিল; কিন্তু জীৱিত অৱস্থাত আমাৰ জাতীয় চৰকাৰৰপৰাও কোনো সমাদৰ নোপোৱাত তেওঁৰ গুণমুগ্ধ আৰু বন্ধু-বান্ধৱৰ মনত আক্ষেপ বৈ গ'ল। অৱশ্যে জে-বৰুৱাই নিজে এইবোৰৰ প্ৰতি মন কৰা নাছিল।

অসমীয়া সাহিত্য জে-বৰুৱাৰপৰা বহুখিনি চহকী হৈছিল। বৰ মন কৰিব লগীয়া কথা যে যদিও তেওঁ লৰাকালতে বিলাতলৈ গৈছিল, বঙালী ছোৱালী বিয়া কৰাইছিল আৰু বঙালী সমাজৰ লগত তেওঁৰ ঘনিষ্ঠ সম্বন্ধ আছিল, তথাপি অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি জে-বৰুৱাৰ এটা আন্তৰিক চেনেহ আছিল। তেওঁ এবাৰ কৈছিল: "যি সময়ত মানুহে ভাষা শিকে, সেই সময়ত বিদেশত থাকিলো। অসমীয়া ভাষা শিকিবলৈ নহল। আমাৰ ঘৰত যিবোৰ কথা-বতৰা হৈছিল, তাতেহে অসমীয়া শিকিলো। মই তো একো অসমীয়া নেজানো। তেও মই দেখিছো আজিকালি লেখাবোৰত বাৰপাচি ভুল।" জে-বৰুৱাৰ লেখাৰ ঠাচ আছিল স্বকীয়া। তেওঁ খণ্ডবাক্যবোৰ ভাল পাইছিল। তেওঁৰ ভাষা অতি সৰল আছিল। তেওঁৰ লিখা "দদাইৰ পঁজা" "ভেনিচৰ সাউদ" "বিলাতৰ চিঠি" আদি পুথিসমূহ অসমীয়া ভাষা আৰু সাহিত্যৰ ডাঙৰ সম্পদ। অসম সাহিত্য সভাৰ সভাপতি হিচাপে তেওঁ যিখন ভাষণ লিখিছিল, তাতো অসমীয়া ভাষাৰ প্ৰতি অহৈতুকী চেনেহ প্ৰকাশ কৰিছিল। অসমীয়া আলোচনীৰ পাতত জে-বৰুৱাৰ বহুতো প্ৰবন্ধ প্ৰকাশ পাইছিল। তেওঁৰ লেখাৰ বিষয়-বস্তুবোৰ সৰল আৰু সাধাৰণ বিধৰ আছিল; সেইবোৰ বৰ উপাদেয় আছিল। বহুত লিখকৰ দৰে তেওঁ ডাঙৰ ডাঙৰ বিষয় নিলিখিছিল। যিহকে লিখিছিল তাৰ ঠাচ খাটি অসমীয়া আছিল; ভাষা উজু আছিল। তেওঁৰ মৃত্যুৰ আগতে লিখা

দুটা প্ৰবন্ধৰ কথা এইখিনিতে চানেকী হিচাপে উল্লেখ কৰিব পাৰি। তেওঁৰ ঘৰমৰ এটা পোহনীয়া কুকুৰ আছিলঃ নামটো থৈছিল 'টাইগাৰ'। এই কুকুৰটোৰ বিষয়ে তেওঁ এটা গল্প লিখিছিল। কুকুৰটো মৰাত জে-বৰুৱাই মৰণান্তিক বেজাৰ পাইছিল। আকৌ, তেওঁ 'বয়স সোধা'–এই বিষয় এটা প্ৰবন্ধ লিখি অসম সাহিত্য সভা পত্ৰিকাত প্ৰকাশ কৰিছিল। 'বয়স সোধা' নিয়মটো তেওঁ ভাল নাপাইছিল–তাকে তেওঁ এনেভাবে লিখি নিজৰ মনৰ ভাবটো প্ৰকাশ কৰিছিল যে আনে পঢ়ি বৰ ভাল পাইছিল। তেওঁ লিখা প্ৰত্যেক বাক্যতে ৰস আৰু অৰ্থ আছিল। ককাদেউতাকে সৰু নাতি-নাতিনীক উপদেশ দিয়াৰ দৰে সকলো কথাতে জে-বৰুৱাই তেওঁতকৈ কম বয়সীয়া লোকক উপদেশ দি ভাল পাইছিল। ভাষা আৰু সাহিত্যৰ ক্ষেত্ৰত যি এবাৰ নামিছে, তেওঁ জে-বৰুৱাৰ ওচৰত মূৰ দোৱাইছিল। তেওঁৰ লিখা আৰু মাত কথাৰ মাজেদি অসমীয়া ভাষাক আন ভাষাৰ আক্ৰমণৰপৰা ৰক্ষা কৰিবলৈ সকলোকে উৎসাহ দিছিল। অসমীয়া ভাষাৰ ওপৰত বঙালী ভাষাৰ শব্দই অবাঞ্ছনীয়ভাবে শিপাইছিল বুলি তেওঁ আক্ষেপ কৰিছিল। তেওঁৰ আন এটা গুণ আছিল যে তেওঁ যেতিয়া অসমীয়া ভাষাত কথা পাতিছিল, তেওঁ কেতিয়াও বঙালী বা ইংৰাজী শব্দ ব্যৱহাৰ নকৰিছিল। ভাষা প্ৰয়োগত তেওঁ একহিচাপে ৰক্ষণশীল আছিল। ইয়াৰ কাৰণ আছিল তেওঁ অসমীয়া ভাষা-সাহিত্যক বৰ ভাল পাইছিল আৰু বিশ্বাস কৰিছিল যে তেওঁৰ মাতৃভাষা আন কোনো ভাষাতকৈ নিঃকিন নাছিল। তেওঁ ভাৰতীয় ভাষাক 'ভাৰ্ণাকুলাৰ' বুলিলে বেয়া পাইছিল। তেওঁ কথা–প্ৰসঙ্গত এবাৰ এইবুলি মন্তব্য কৰিছিলঃ "তোমালোকে অসমীয়া ভাষাক ভাৰ্ণাকুলাৰ বুলি নকবা। ইংৰাজবিলাকে আমাৰ দেশীয় ভাষাবোৰক ভাৰ্ণাৰ্কুলাৰ বুলি কয়। আমাৰ দেশীয় ভাষাক Vernacular বুলি

নকৰা। যদি ইচ্ছা কৰা Indian Language বুলিবা ; কিন্তু Vernacular Language বুলি নকবা।" ইয়াৰ দ্বাৰাই জে-বৰুৱাই নিজৰ মাতৃভাষাক কিমান আদৰ কৰিছিল তাৰ প্ৰমাণ পোৱা যায়। বোধ হয় তেওঁৰ আদৰৰ অসমীয়া ভাষাক বিদেশী শাসকসকলে Vernacular বুলি মতাত তেওঁ অন্তৰত আঘাত পাইছিল।

জে-বৰুৱা এজনা সভাশুৱনি লোক আছিল। তেওঁৰ মাতটো বৰ মধুৰ আছিল। জে-বৰুৱাই তেওঁৰ ঘৈণীয়েক লতিকা দেৱীক জীৱনৰ আগছোৱাতে হেৰুৱাই বৰ শোক পাইছিল। তেওঁৰ শাৰীৰিক অসুস্থতাৰ সময়ত তেওঁৰ নৰিয়া পাটীৰ কাষত ঘৈণীয়েক থকা হলে কিজানি তেওঁৰ স্বাস্থ্য আৰু বহুদিন ভালে থাকিলহেঁতেন। ১৯৫৪ চনত তেওঁ দীৰ্ঘদিন নৰিয়াত ভুগি গুৱাহাটী চিভিল হাস্পাতালত প্ৰায় ছমাহ কাল শয্যাগত আছিল। তাৰ পাচত তেওঁ আৰোগ্য লাভ কৰে আৰু উজান বজাৰৰ নিজা ঘৰ 'অভিৰাম'লৈ আহে। ১৯৫৫ চনৰ ২৭ জানুৱাৰীৰ দিনা ৰাতিপুৱা ৭-৪০ মিনিটত স্বৰ্গী হয়। মৃত্যুৰ সময়ত তেওঁৰ বিশেষ অসুখ নাছিল। ৰাতিপুৱা শোৱাপাটী এৰি বাহিৰত বহিছিল। কিন্তু তেওঁ হৃদপিণ্ডত অলপ অস্বস্তিবোধ কৰে। ডাক্তৰক খবৰ দিয়া হৈছিল যদিও ডাক্তৰ আহি নৌ পাওঁতেই বৰুৱাই শেষ বাৰৰ কাৰণে নিশ্বাস ত্যাগ কৰিলে। তেওঁৰ মৃত্যুৰ বাতৰি চহৰত বিয়পি পৰাৰ লগে লগেই অসংখ্য দৰ্শক আহি 'অভিৰাম'ত জে-বৰুৱাৰ প্ৰতি সকলোৱে শ্ৰদ্ধা জনাইছিল।

অসমত জে-বৰুৱাৰ মৃত্যুৱে এটা ডাঙৰ অভাব আনিছে। তেওঁৰ দৰে সদাপ্ৰফুল্ল, উদাৰ, চিৰানন্দ লোক বিৰল। কণ কণ লৰা ছোৱালীৰেপৰা বয়োবৃদ্ধ লোকলৈকে সকলোৱে তেওঁক আদৰ্শবানলোক হিচাপে চাইছিল। তেওঁৰ পৰলোকত অসমীয়া সমাজৰ সৰ্ব্ব গুণী লোক নাইকিয়া হ'ল।

